# মইনামতী




শ্ৰীলক্ষ্যধৰ চৌধুৰী

জ্ঞানপীঠ * নলবাৰী * গুৱাহাটী

MOINAMATI— A collection of fifteen live stories written by Lakshyadhar Choudhury, Ambari, Guwahati—1 and published by K. C. Sarma of Nalbari—781335. First Published 1989. Price—Rs. 30/- ( thirty only )

---

প্ৰকাশক : শ্ৰীকৈলাশ চন্দ্ৰ শৰ্মা
নলবাৰী – ৭৮১৩৩৫

প্ৰথম প্ৰকাশ : ১৯৮৯

মূল্য : ত্ৰিছ টকা ।

ছপা : জয়শ্ৰী প্ৰিণ্টিং প্ৰেছ
নলবাৰী, অসম ।

## উৎসর্গ

আদু বৌ ( ৺অমলা চৌধুরী )
মাধানী বৌ ( ৺.প্রজ্ঞা চৌধুরী )
টগর বৌ ( ৺লাবণ্য চৌধুরী ),
সৈ—

শ্রদ্ধাবে--
—ধন—



# আগকথা

নলবাৰীলৈ গৈছিলোঁ। এখন সভাত ভাগ লবলৈ। সময়ৰ আগতে নলবাৰী পালোগৈ। ৰমণী বৰ্মনৰ ঘৰত জিৰণি লৈছো। এনেতে এজন লোক আহিল। চিনাকী— আগৰে চিনাকী। কৈলাশ শৰ্মা। তেওঁ আহি কলে, "চৌধুৰী! আপোনাৰ কাহিনী পঢ়ি বৰ আনন্দ পাওঁ। মইনামতী আৰু অলপতে প্ৰকাশ হোৱা গোপীৰ কাহিনী পঢ়ি বৰ অভিভূত হৈছো। পিছে এই দুয়োটা কাহিনী আপোনাৰ "মানুহ বিচাৰি" পুথিত প্ৰকাশ হোৱা নাই। এই কেইটাৰ লগত আৰু দুটামান কাহিনী যোগ দি এখন কিতাপ ছপাও দিয়ক।" তেওঁ যে জয়শ্ৰী প্ৰিণ্টিং প্ৰেছৰ গৰাকী সেই কথা কৰ্মীয়ে কলে। মই তেতিয়াই মান্তি হলোঁ। এয়ে হল এই পুথিৰ জন্ম কাহিনী।

এই পুথিত উনৈশটা কাহিনী সংযুক্ত কৰা হৈছে। প্ৰায়বোৰ কাহিনী ইতিমধ্যে বিভিন্ন আলোচনীত প্ৰকাশ হৈ গৈছে। দুই এটা এতিয়াও অপ্ৰকাশিত হৈ আছে। এইবোৰ কহিনী "মানুহ বিচাৰি"ত প্ৰকাশ হোৱা কাহিনীবোৰতকৈ অলপ মোৰ মানত বেলেগ। এই-বোৰ কাহিনীত কেতিয়াবা চৰিত্ৰ বৈশিষ্ট্যই, কেতিয়াবা ঘটনাই, কেতিয়াবা খন্তেকীয়া মধুৰ অনুভূতিৰ বাবেই লিখা হৈছিল। প্ৰায়বোৰ জীয়া চৰিত্ৰ। 'গোপী,' 'খুকুমনি'— 'আইতাৰ শাও'ৰ অৱনী মুন্সী আদি এতিয়াও ঠায়ে ঠায়ে আছে। সেইয়ে দুই এটা কাহিনীৰ শেষ সীমা মই নিজে বন্ধা নাই। যিমানলৈ দেখিলো সিমানকে লেখিলো।

"মানুহ বিচাৰি" পঢ়ি পাঠক পাঠিকা সকলে আনন্দ পোৱা বুলি অনুভব কৰিছো। এতিয়া 'মইনামতী'য়েও পাঠক পাঠিকা সকলক অলপ আনন্দ দিব পৰা বুলি জানিলেই মোৰ শ্ৰম সফল হোৱা বুলি ভাবিম।

মোৰ অগ্ৰজ প্ৰতিম আৱাহন যুগৰ কৃতী লিখক শ্ৰীঈশ্বৰ প্ৰসাদ চৌধুৰীদেৱে পাতনি খন লেখি দি মোক চিৰ ঋণী কৰিছে। তেওঁৰ শলাগ ললো।

কিতাপখন ছপা কৰি উলিওৱাৰ কাৰণে জয়শ্ৰী প্ৰিণ্টিং প্ৰেছৰ গৰাকী কৈলাশ শৰ্ম্মা দেৱলৈও আমাৰ কৃতজ্ঞতা জনালো।

আমাৰ লিখাৰ ‘চেন্চʼৰ বৰ্ডʼৰ যুগল দা (যুগল দাস) আৰু মোৰ পৰিবাৰ শ্ৰীঊষা চৌধুৰীয়ে এই প্ৰত্যেকটি কাহিনী সম্বন্ধতে ‘চেন্চৰ’ কৰি দিয়াৰ কাৰণেও তেওঁলোকৰ শলাগ ললো।

আমবাৰী
গুৱাহাটী— ১
২৬. ৫. ৮৯

শ্ৰীলক্ষ্যধৰ চৌধুৰী

# পাতনি

মোৰ অনুজ প্ৰতিম স্নেহভাজন শ্ৰীমান লক্ষ্যধৰ চৌধুৰীক মইকে চিনাকী দিয়াৰ প্ৰয়োজন নেদেখোঁ। তেওঁক নজনা মানুহ, তেওঁক নিচিনা মানুহ অসমত বৰ কমেইহে আছে। তেওঁৰ লগত খোজকাঢ়ি গলে মহৰিটাৰ বাটত আধাঘণ্টা লাগে। খোজেপতি চিনাকী মানুহ, বিবিধ প্ৰশ্ন, বিবিধ সমস্যাৰ কথা তেওঁ শুনিব লাগে। উত্তৰ দিব লাগে। ইমান সৰবৰাহী লোক। শিক্ষকতা, অভিনয়, ৰাজনীতি, সাংবাদিকতা, সাহিত্য আদি সকলো বিষয়তে নিজস্ব মহিমাৰে কীৰ্তিমান হৈ আছে।

তেওঁ অভিনেতাও। নেতা, বিধায়ক, মন্ত্ৰী, মিউনিচিপেলিটিৰ চেয়াৰ-মেন, কোৰ্পোৰেচনৰ মেয়ৰ, সাহিত্যিক, নাট্যকাৰ, সাংবাদিক, চিত্ৰপৰিচালক, বন্ধুবৎসল, পৰোপকাৰী লোক। এটা সম্পূৰ্ণ মানুহ, এটা বৰ্ণাঢ্য জীৱন। বাহিৰৰ আৱৰণ, ভিতৰৰ পৰিচায়ক নহয়। ক্ষীণ, চুটিচাপৰ দেহটোৰ ভিতৰত আছে অসীম আকাশৰ দৰে বহল উদাৰ মন, নীলা আকাশৰ দৰে সুন্দৰ প্ৰকৃতি।

মহাপুৰুষ গুৰু মাধৱদেৱে জনসাধাৰণক এইদৰে ভাগ কৰিছিল,

অধমে কেৱল দোষকেহে দেখয়,
মধ্যমে দোষ গুণ লয়য় কৰিয়া বিচাৰ,
উত্তমে কেৱল গুণকেসে দেখে
উত্তমোত্তমে অল্পগুণ কৰয় বিস্তাৰ।

গ্ৰন্থকাৰ কোনটো শ্ৰেণীত পৰে সেইটো পাঠকসকলে বিচাৰ কৰিব। তেওঁৰ প্ৰতিটো লিখাত বিকশিত হয় সাধাৰণ লোকৰ প্ৰতি থকা আন্তৰিক সহানুভূতি। সেইসকল লোকৰ সুখ দুখ, ব্যথা বেদনা, অভাব অভিযোগৰ প্ৰতি একাত্মবোধ।

লক্ষ্যধৰ চৌধুৰী কি হোৱা নাছিল ? বহুজনে মন্ত্ৰী হৈ জনসাধাৰণক পাহৰি যায়। এওঁ মন্ত্ৰী হৈছিল কিন্তু মন্ত্ৰীত্ব তেজ নাছিল। অভিনেতা, নাট্যকাৰ আজিও, কিন্তু অহংকাৰ নাই। কবি, সাহিত্যিক কিন্তু উন্নাসিকতা নাই। আমি বহুতো মন্ত্ৰী। দেখিলো, আৰু দেখি আছো বহুতো মন্ত্ৰীয়ে মন্ত্ৰীত্বৰ কালছোৱাৰ ভিতৰতে নিজৰ ভৱিষ্যৎ গঢ়ি লয়। লক্ষ্যধৰ তেনে কৰ্মৰ পৰা উৰ্দ্ধত থাকিল, জনসাধাৰণৰ এজন হৈ তেওঁলোকৰ সুখ দুখৰ ভাগী হ'ল। তেওঁ অমানুহ নহ'ল, মানুহ হৈ থাকিল।

খদ্দৰৰ ধুতি পাঞ্জাবী পিন্ধি, হাতত ছাতিটো লৈ খোজকাঢ়ি ফুৰা লোকজনেই হ'ল একালৰ মন্ত্ৰী আৰু মেয়ৰ লক্ষ্যধৰ। তেওঁ মাটিৰ সংস্পৰ্শ নেৰিলে, জনসাধাৰণৰ প্ৰিয়জন হৈ ৰ'ল। তেওঁলোকৰ অন্তৰৰ মৰ্মকথা উপলব্ধি কৰি সেই তথাকথিত সাধাৰণ মানুহবোৰৰ আশা আকাঙ্ক্ষা, দুঃখ বেদনা মূৰ্ত হৈ উঠিল তেওঁৰ লিখাসমূহত আৰু সেই সাধাৰণ মানুহবোৰৰ দৰে তেওঁ অসাধাৰণ হৈ পৰিল। "অভিমন্যুৱে" সুধিছিল, "সচাঁ কথা, সচাঁ কাহিনী, সচাঁ চৰিত্ৰ আঁকি সমাজত তোলপাৰ লগাব পৰা সাহিত্যৰ ক'ত সৃষ্টি হৈছে ?" হৈছে, লক্ষ্যধৰ চৌধুৰীৰ আলমত। দুৰ্ভাগ্য অভিমন্যুই কথাটো জানি যাব নোৱাৰিলে, অকাল মৃত্যুৰ কাৰণে।

এচাম মানুহে তেওঁক তেওঁলোকৰ অন্তৰৰ কথা বুজি পোৱা প্ৰকৃত মানুহজন বুলি আকোৱালি ললে। এনে একাত্মবোধ আৰু কিমান লোকৰ আছে মই নাজানো। গ্ৰন্থকাৰৰ ৰচনা শৈলীৰো এটা বৈশিষ্ট্য আছে। জীৱন আৰু সমাজৰ সুক্ষ্ম পৰ্যবেক্ষণ, মানুহৰ প্ৰতি গভীৰ সমদৰবোধ, ভিন ভিন লোক আৰু পটভূমিৰ কাব্যময় বৰ্ণনে বয়সে হাৰমনা লিখকজনৰ লিখাই আমাক হুহুৱাইছে কন্দুৱাইছে, হাঁহি হাঁহি কন্দুৱাইছে। তেওঁৰ মতে এইবোৰ "জীয়া মানুহৰ হিয়াৰ কাহিনী।"

প্ৰকৃত ধৰ্ম নিৰপেক্ষ, সমদৰ্শী লোক তেওঁ। নিৰক্ষৰ, নিষ্পেষিত, নিৰ্য্যাতিত নিপীড়িত লোকৰ মাজত তেওঁ বিচাৰি পালে নৰনাৰায়ণক। তেওঁৰ মতবাদৰ প্ৰথম আৰু প্ৰধান সূত্ৰটো হ'ল,— "সৰ্বাবো উপৰি

মানুহ সত্য, তাহাৰ উপৰে নাই।' তেওঁৰ লিখাৰ পৰাই তেওঁৰ জীৱন দৰ্শনৰ মূল সূত্ৰটো ধৰিব পাৰি,— "মানুহে নিজক ইচ্ছা অনুযায়ী গঢ় দিব পাৰে। লাগে ঐকান্তিকতা আৰু বিশ্বাস। সবলতা, মনৰ আৰু হৃদয়ৰ।"

"মইনামতী" পুথিখনত মইনামতী, গোপী, মোৰ হনুমান, অভিমন্যু, জয়মলকাই, চোৰৰ লগত এনিশা, পিলিকৰ কাহিনী, বিজয়া বাইদেউ, কুলহাটিৰ গোপাল, মাতৃ পোতলা, ছেমহুদ, হাৰুণ সবীন নুৰজাহান আৰু বন্ধুতো, আইতাৰ শাও, মথুৰাকাই, খুকুমনি, মুনমীৰ মন, জামছেদ, এটি অচিনাকী শিশুৰ কাহিনী, স্মৰণীয় ভোজন আদি কৰি উনৈশটা কথাচিত্ৰ সন্নিবিষ্ট কৰা হৈছে। মইনামতীৰ ট্ৰেজেদী, সাংসাৰিক বিষয়ত গোপীৰ নিৰ্লিপ্ততা, মোৰ হনুমানত নকৰা অভিনয়ৰ বেদনাৰ কথা, অভিমন্যুত অনুকূলৰ জীৱন যুদ্ধত পৰাজয়ৰ কাহিনী, হাঁহিৰ মাজেৰে জীৱন কটাই দিয়া জয়মলকাইৰ গাজত লগা কথা, চোৰৰ লগত এনিশাত চোৰৰ কৰুণ কাহিনী, পিলিকৰ কাহিনীত পৰীক্ষাৰ সময়ত নিজৰ কিতাপ সহপাঠীক দি সহায় কৰা, বিজয়া বাইদেউৰ মহত্ব, পত্তাখুন্দা কুলহাটিৰ গোপাল, মাতৃ পোতলাৰ পুত্ৰস্নেহ, নিজৰ ধন ভাঙি চিত্ৰাভিনয়ত ব্ৰতী হোৱা ছেমহুদ, নুৰজাহানৰ লটিঘটি, আইতাৰ শাওৰ তীব্ৰতা, মথুৰাকাইৰ নীতি "যৰে ভাত তৰে মাত," খুকুমনি – যত হিন্দুও নাই মুছলমানো নাই আছে মানুহ, কোমল মুনমীৰ আকাশলজ্যা মন, সততাৰ প্ৰতীক জামছেদ, এটি অচিনাকী শিশুৰ অসহায়তা, স্মৰণীয় ভোজনৰ উদ্দেশ্যৰ বিফলতা আদি কথাচিত্ৰবোৰে মনটো বেদনাসিক্ত কৰি তোলে। চিনাকী অভিমন্যুৰ আলিবাটত পৰি থকা মৃতদেহটো দেখিও লিখক নিৰ্বাক নিস্পন্দ হৈ ৰ'ল। যেন—

"থা খোওৱাব মেঁ খিয়াল কো
তুঝসে মু' আমল্
জব আঁখ খুল গয়ী
ন জিয়া থা ন সুদ থা।"

জীৱন সপোন মৰীচিকা। সুখেই বা কি, দুখেই বা ক'ত? মৃত্যুক

সম্মুখত দেখিলে এইবোৰ বাৰে বাৰে মনত পৰে।

কবিতা আৰু নাটকৰ যোগেদিহে সকলো দেশতে সাহিত্যৰ বোধন হৈছে। কথা সাহিত্য পৰিণত জীৱনৰ ৰচনা। লক্ষ্যধৰ চৌধুৰীৰ ক্ষেত্ৰতো কথাটো সমানে প্ৰযোজ্য। সাহিত্য, শিল্প আৰু ৰাজনীতিৰ জগত সাঙোৰ খোৱা লোকসকলৰ ভিতৰত, ভাষা সাহিত্য চৰ্চাত আত্ম নিয়োগ কৰা ব্যক্তি হিচাপে তেওঁৰ স্থান বহুত ওপৰত।

সংসাৰৰ জটিলতা আৰু কুটিলতাৰ মাজত পৰি আমি নিজকে লৈ ব্যস্ত, আনৰ পিনে চাবলৈ, আনৰ দুখ কষ্ট বুজিবলৈ আমাৰ আগ্ৰহ নাই, আমাৰ সময় নাই। আমি ইমানেই স্বাৰ্থপৰ। চৌধুৰীৰ জীৱন দৰ্শনৰ প্ৰথম আৰু প্ৰধান সূত্ৰটোই হ'ল দুখীয়া, অনাথ, অসহায়, দুৰ্ভগীয়াসকলৰ প্ৰতি স্বাৰ্থহীন দ্ব্যৰ্থহীন একাত্মতাৰ অনুভৱ, তেওঁলোকৰ মনৰ বাংৰি লোৱা, য'ত জাতপাতৰ উৎপাত নাই, ধৰ্মৰ নামত অধৰ্ম নাই। এইবোৰ কঠিনতম বাস্তৱত নিষ্পেষিত লোকসকলৰ মনত আশা আছে, উদ্দীপনা নাই। প্ৰাণ এটা আছে, কিন্তু প্ৰাণ ধাৰণ কৰিবলৈ অবলম্বন নাই। এইবোৰ "মূক মূঢ় মুখত তেওঁ দিলে ভাষা।"

চকু থাকিলেই চোৱা নহয়, চাবৰ কাৰণে দৰদী মন এটা লাগে। ইংৰাজীত দুটা শব্দই কথাটো ভালদৰে বুজাই দিয়ে— এটা to See আৰু আনটো to observe, চোৱা আৰু নিৰীক্ষণ কৰা। আমি সদায় বহু ঠাইত বহু ক্ষেত্ৰত গ্ৰন্থকাৰৰ নায়ক নায়িকা সকলক দেখোঁ। তেওঁলোকৰো এখন কল্পলোক আছে, যিখনৰ আমি সন্ধান নাপাওঁ। সেই সন্ধান দিয়ে চৌধুৰীয়ে। আমি চাওঁ, তেওঁ দেখে। আমাৰ দৃষ্টি আৰু গ্ৰন্থকাৰৰ দৃষ্টিৰ মাজত সীমাহীন প্ৰভেদ। তেওঁৰ অন্তৰ্দৃষ্টিয়ে মানুহৰ বাহিৰৰ আবৰণ ভেদ কৰি তেওঁৰ অন্তৰৰ বাতৰি যোগান ধৰে। আমাৰ যিসকলৰ তেনে দৃষ্টি নাই, তেওঁলোকক প্ৰকৃত মানুহটোক চিনাকী কৰি দিয়ে। সেই চিনাকীয়ে আমাৰ মনটো জোকাৰি দি যায়। কবিগুৰু ৰবীন্দ্ৰ নাথৰ দৰে কবলৈ হলে—

"কত অজানাৰে জানাইলে তুমি
কত ঘৰে দিলে ঠাঁই,
দূৰকে কৰিলে নিকট বন্ধু
পৰকে কৰিলে ভাই।"

সচাঁকৈয়ে মানুহ কিমান সুন্দৰ, কিমান মহৎ। বোধকৰোঁ এনেবোৰ নৰনাৰায়ণৰ বিষয়েই বিবেকানন্দই কৈছিল,— "বহুৰূপে সম্মুখে তোমাৰ ছাড়ি কোথা খুঁজিছ ঈশ্বৰ।"

গ্ৰন্থকাৰে এইবোৰ সাৰ্থক চৰিত্ৰ সৃষ্টিৰ যোগেৰে অসমীয়া সাহিত্যলৈ যি সম্পদ আগবঢ়াইছে তাৰ তুলনা নাই। এয়া অসমীয়া সাহিত্যত এটা অভিনৱ সংযোজন। এই গৰাকী দৰদী লিখকৰ মনৰ মণিকূটত থকা আন আন চৰিত্ৰ সমূহৰ চিত্ৰণো আমি দেখিবলৈ পাম বুলি আশা কৰি থকোঁ। তেওঁৰ জয়যাত্ৰা কুসুমাস্তীৰ্ণ হওক।

ঈশ্বৰ প্ৰসাদ চৌধুৰী

উজান-বজাৰ
গুৱাহাটী-১
৩০.৫ ৮৯.

# মইনামতী

চুবুৰীৰ সকলোৱে তাইক মইনা বুলিয়েই মাতে। আমি মাতো মইনামতী। আমি বোলোতে যাইকৈ কণ পেহীৰ কথাকে কৈছো। কণ পেহী বাংগালী। চুবুৰীৰ ল'ৰা-ছোৱালীবোৰ কণ পেহীৰ জীউলাও। সিহঁতেৰে খেলে। ৰং-ৰহইচ কৰে। কোনোক বোঝোচাত লয় কোনোক চোপ খেলি ওমলায়। কণ পেহীক পালে ল'ৰা-ছোৱালীবোৰ আনন্দত মতলীয়া হয়। এই কণ পেহীৰ মুখতেই মইনাক মইনামতী বুলি হেদালি খেলি নচুৱাৰ কথা আজিও মনত পৰে। সেয়ে আমাৰ সমনীয়াচামে তাইক মইনামতী বুলিয়েই মাতো।

আমাৰ বাটঘৰৰ মুখতে বাজহুৱা নামঘৰটো। সঘনে নাম চলে। আয়তীসকলৰ। ভাদ মাহতো কথাই নাই। মইনামতীৰ মাক নামতী। বৰ সুৰ লগাই নাম লগায়। নিৰক্ষৰা। কিন্তু নাম-ঘোষা কীৰ্তন ঘোষাৰ পদ উজুতি নোখোৱাকৈ গাই যাব পাৰে। দৰাচলতে মইনামতীৰ মাক নহ'লে আয়তীসকলৰ নাম নচলে। মাকৰ লগতে মইনামতী নামলৈ আহে। মাকৰ লগতে হাতত‌ালি বজাই নাচি-বাগি নাম ধৰে। তাইৰ ছেও দেখি বহুতে মন্তব্য কৰে, "এইজনীয়ে মাকক চেৰ পেলাবদেই।" কণ পেহীৰতো কথাই নাই। নামৰ শেষত সদায় মইনামতীক দুই হাতেৰে দাঙি লৈ ভুখৰীয়া নাম জুৰি চোপ খেলি নচুৱায়। দিনবোৰ এনেদৰে পাৰ হয়। বছৰ বাগৰে।

গাঁও এৰি চহৰলৈ আহিলো। ভেতিয়া দ্বিতীয় দশকৰ আগ ভাগ। ১৯২৪ চন। পঢ়িবলৈ। হাইস্কুলত পঢ়াৰ মানসে। চহৰত মন নবহে। গাওঁখনলৈ-ঘৰখনলৈ বৰকৈ মনত পৰে। গাঁৱৰ নামঘৰ, সেই ঘৰ পাঁহতৰ জল, কুকুলি পথাৰ—আয়তীসকলৰ নাম, বাইজৰ নাট ভাওনা—এইবোৰে মনটো টানে। [illegible]

মৰম, অকণমানি ভণ্টি মাকণ, মইনামতীইতৰ ভাল লগা আমনিবোৰ, কণ পেহীৰ ৰং-ৰহইচ এইবোৰে মনটো আগুৰি থাকে। মন নৰহে চহৰত, একেবাৰে মন নবহে। সেয়ে প্ৰতি শনিবাৰে পাৰ হওঁ। দেউতাই গুৱাহাটীৰ কাছাৰীত কাম কৰে। ঘৰৰ পৰাই আহ-যাহ কৰে। লুইতখন পাৰ হ'বলৈ বুলি নিজাকৈ এখন নাৱো মজুত কৰি লৈছিল। নাৱৰীয়া আছিল মনাই। লোকে মনাইক পগলা বুলি মাতিছিল। কিয় নাজানো। মনাইকাই আচলতে পগলা নাছিল। ৰৰ চাফ-চিকুণ হৈ থাকে। ৰৰ পৰিপাটী। মহা বৈষ্ণৱ। গুণগুণাই হৰি-কীৰ্ত্তন কৰি নাম গায়। মনাইকায়ে গুৰি ধৰিলে নাও থিৰেৰে চলে। ককায়ে হেনো ব্ৰহ্মপুত্ৰ পানী ভালদৰে চিনি পায়। দূৰৈৰ পৰাই ডকা, চাকনৈয়াও ধৰি পায়। বাৰিষা ব্ৰহ্মপুত্ৰই সংহাৰ মূৰ্তি ধৰে। উৰ্বশীৰ শিলত খুন্দা খাই ঢৌৰ থপ-থপনি উঠে। কিন্তু ককায়ে সেই ঢৌৰ মাজেদিয়েই নাও সুমুৱাই দি অকণো কাটি-কুটা নকৰাকৈ নাও মজিন্দাৰৰ শিলৰ আগত চপায়। পাৰ পায়েই "ভগৱন্ত প্ৰভুৱে পাৰ কৰিলে" বুলি ঈশ্বৰৰ শলাগ লয়।

বাৰিষা আমি দেউতাৰ লগত পাৰাপাৰ হওঁ। আন নাৱেৰে আহিবলৈ নিদিয়ে। কিন্তু খৰালিৰ কথা সুকীয়া। মণিকৰ্ণেশ্বৰ ঘাটৰ পৰা গুৱাহাটীৰ উজান বজাৰ ঘাটলৈ অসংখ্য নাও চলে। কাঠ মিস্ত্ৰিসকলৰ নাও। তদুপৰি পাৰঘাটৰ ৰঘু ঘাটৈৰ নাও আছেই।

শনিবাৰে স্কুল আধাতে ছুটি হয়। সেয়ে স্কুল ছুটিৰ লগে লগেই লৰ মাৰো। ৰঘু ঘাটৈৰ নাৱেৰেই পাৰ হওঁ। কাঁহিৰাম ৰঘু ঘাটৈৰ অন্যতম নাৱৰীয়া। ভাঁৰ মাৰে। ভৰা নাৱৰ দুই-এজনে কাঁহিৰামক জোকায়। কাঁহিৰামৰ ভাঁৰ মৰাৰ গতি বেছি হয়। লগে লগে মুখত গালি-শপনিৰ ফুলজাৰি। তেতিয়াই বহুতৰে মুখত শুনিছিলো, কাঁহি-ৰামৰ গালি কাৰো গাত নালাগে। সি ওপৰে ওপৰে উৰা মাৰে। ঘৰ পোৱাৰ লগে লগে কণ পেহী ওচৰ চাপে। সপ্তাহটোত গাঁৱৰ কি ঘটন বা অঘটন ঘটিল একে উশাহতে সদৰি কৰে। কণ পেহী আমাৰ

গাঁৱৰ গেজেট। কণ পেহীৰ মুখৰ আঞ্চলিক বাতৰিত ক'তো খুঁট নাই। শুধৰণি নিষ্প্ৰয়োজন। যান্ত্ৰিক বিজুতিও নঘটে।

এনেদৰে কেইবাটিও বাৰিষা পাৰ হ'ল। পাৰাপাৰ ছোৱাটো পাতলিল। মাহীমায়েও যেন সমানে মৰম যাচিলে। চহৰখনেও মন উতলা কৰা হ'ল। ফুটবল-ক্ৰিকেট খেল আদিৰ লগতে অভিনয়ত মন মজিল। সপ্তাহটোত শনিবাৰ দেওবাৰ এটাকৈ। সেই দিন ছুটাতেই এইবোৰৰ খলকনি বেছি। সেয়ে কেতিয়াবা কেতিয়াবা মাহজুৰি পাৰ হোৱাৰ সুবিধা হেবাল। তথাপি ছেগ বুজি দিনটোৰ ভিতৰতে ইপাৰ সিপাৰ হওঁ। আমাৰ গাঁৱৰ গেজেটৰ প্ৰকাশো অনিয়মীয়া হ'ল। কণ পেহীৰ বিয়া হ'ল। গাঁৱৰ ওচৰৰে আন এটি চুবুৰীলৈ। কেতিয়াবা পাৰ হওঁ কিন্তু কণ পেহীক লগ নাপাওঁ। মইনামতীকো সততে নেদেখা হ'লো। নামঘৰত আজিও নামৰ কাউৰি উঠে। নামতী খুৰীয়ে আজিও সেই একে সুৰতে নাম লগায়। কিন্তু নামঘৰলৈ আগৰ দৰে মইনামতী নাহে। এদিন কণ পেহীক পাই কাৰণ সুধিলো। কণ পেহীয়ে ক'লে, "এ তাই এতিয়া গাত কাপোৰ লোৱা হ'ল নহয়?"

"তাই নাচে নে নানাচে?"

"তয়ো যে কথাবোৰ সোধ। গাভৰু ছোৱালীজনীয়ে নাচিব?" এই বুলি জোকাৰ মাৰি কণ পেহী আঁতৰি গ'ল।

'কিয়? গাভৰু ছোৱালীয়ে নাচিলে কি হয়?"

মই সঠিক ধৰিব নোৱাৰিলো। মইনামতীক লগ পাবলৈ বৰ মন গ'ল। সেয়ে ওলাই গলো। মইনামতীহঁতৰ পদূলি পালোহি। কিন্তু থমকি ৰ'লো। আগতে 'মইনামতী' 'মইনামতী' বুলি চিঞৰি ঘৰ সোমাওঁ। তায়ো 'ককাইদেউ' বুলি লৰি ওচৰ চাপে। কোলাত উঠে। নাচিবলৈ ক'লে নাচে। গাবলৈ ক'লে গায়। জলছবি বিচাৰি জেপ লুককে। কিন্তু আজি দেখোন মনত কিবা সঙ্কোচ লাগে। মইনামতীক চিঞৰি মাতিবলৈ যেন মোৰ শকতি নহয়। পদূলি পাৰ হৈ ভিতৰ সোমাবলৈ মোৰ ভৰি নচলে। ই যেন লজ্জাৱতীয়ে আগুৰি

থকা ব্যূহ। ধৰ্মৰাজ যুধিষ্ঠিৰ, বাহুবলী ভীম, ৰণনিপুণ নকুল-সহদেৱ আদিৰ তাত প্ৰৱেশ কৰিবলৈ শকতি নাই। ব্যূহ-প্ৰৱেশৰ কৌশল কেৱল এতিয়া শিশু অভিমন্যুইহে জানে। বহুবাৰ আগুৱা পিছুৱা কৰি শেষত সোমাই গ'লো। ভিতৰ-চোতাল পালোগৈ। কিন্তু 'মইনামতী' বুলি চিঞৰি মাতিবলৈ শকতি ন'হল। কণ্ঠ যেন ৰোধ হৈ আছে। মাতিলো, "নামতী খুৰী আছেনে ?"

"এ বোপা দেখোন ?" এই বুলি ভুমুকি মাৰি এটি মূঢ়া আনি চোতালতে পাৰি দি বহিবলৈ ক'লে। নিজেও এডুখৰি পীৰা লৈ কাষতে বহিল।

"কেতিয়া আহিলা ? কেইদিন থাকিবা ?" এনেবোৰ প্ৰশ্ন কৰি খুৰীয়ে সময় কটালে। আগতে চোতালত ভৰি দিলেই চিঞৰে, "মইনা, তোৰ ককাইদেৱেৰ আহিছে। লৰি আহচোন।" আজি কিন্তু সেই উৎসাহ সেই আগ্ৰহ যেন নাই। বৰ বিমোৰত পৰিলো। মোৰ বুদ্ধি হেৰাল। মইনামতীৰ কথা সুধিবলৈ মই সাহস গোটাব নোৱাৰিলো। কণ পেহীৰ একেটি কথাই সেই সকলো শকতি হ্ৰাস কৰি পেলালে। "মইনামতীয়ে এতিয়া গাত কাপোৰ লোৱা হ'ল।" এনেদৰে বহু সময় পাৰ হ'ল। শেষত মন ডাঠ কৰি সুধিলো, "মইনামতী নাই নেকি ? মাত শুনা নাই দেখোন ?"

"আছে। এইমাত্ৰ স্কুলৰ পৰা আহি পাইছে।"

"তাই এতিয়া কোন শ্ৰেণী পালেগৈ ?"

"এইবাৰ ঈশ্বৰে কৰিলে এম্. ভি. পৰীক্ষা দিব। জানো কি হয়, মায়াৰাম পণ্ডিতে হ'লে তাই ভালেই কৰিব বুলি কৈ আছে। মাজে মাজে দুই-এটা পাঠ শিকায়ো দি যায়।"

তথাপি মইনামতী নাহে। ওলাই নাহে। মইনামতীৰ বাতৰি লোৱাৰ পিছতো তাই ওলাই নহা দেখি অতিষ্ঠ হ'লো। মনে মনে লাজো পালে। সেয়ে 'খুৰী যাওঁ' বুলি উঠিব বিচাৰিলো। খুৰীয়ে বাধা দি ক'লে, "ঐ তাই মুখত কিবা এটা নিদিয়াকৈ যাবানে ?

ৰ'বাচোন তাই দেখোন গাখীৰ এগিলাচ দিয়াৰ কথা কৈছিল।" এই বুলি বুলি খুৰী ভিতৰলৈ গ'ল।

মই থৰ হৈ বহি আকাশ-কুসুম ৰচিলো। এটি পিতলৰ গিলাচত গাখীৰ লৈ খুৰী ওলাই আহিল। পিছে পিছে মইনামতী। খুৰীয়ে ওচৰ চাপি গাখীৰ গিলাচ যাচিলেহি। মইনামতী কিন্তু কাষ চাপি নাহিল বা আহিব নোৱাৰিলে। বাৰাণ্ডাৰ পানী-পচাৰ খুঁটা এটা সাবটি ধৰি একাষৰীয়াকৈ মুখ উলিয়াই থিয় হৈ ৰ'ল। মই তাইৰ ফালে চালো কিন্তু তাই মোৰ চকুৰ ফালে চাব নোৱাৰিলে। চকু তল কৰি ভৰিৰ বুঢ়া আঙুলিৰে মাটি লেখি থাকিল।

ময়ো ডাঙৰ হ'লো নেকি? মইনামতীয়ে আগৰ দৰে মোৰ ফালে কিয় নাচায়? কণ পেহীয়ে কোৱা কথাই ঠিক। "তাই গাত কাপোৰ লোৱা হ'ল।" তাইৰ গাৰ ৰং আৰু ৰূপ সযত্নে ঢাকি নাৰাখিলে হয়তো বস্তুতৰে মতিভ্ৰম হ'ব। মই নিজেও অস্বস্তি বোধ কৰিলো। আগতে মইনামতীক টানি-আঁজুৰি কোলাত লওঁ। তায়ো মোৰ জেপ লুককি জেপত জলছবি বিচাৰে। আজি দেখোন মোৰ তাইৰ ওচৰ চাপি যাবলৈ সাহস নহয়। কিহবাই পিছলৈ টানে। শিশুকালৰ সেই অনুভূতি, সেই স্নেহ, সেই মিলা-প্ৰীতি আজি যেন থানবান হৈ গ'ল। আজিৰ এই অনুভূতি বেলেগ। আগতে মইনামতীক ওচৰলৈ মাতি আনি তাইক নাচিবলৈ কওঁ। তাই নাচে। আমি শীতল আৰু নিৰ্মল আনন্দ উপভোগ কৰো। আজি কিন্তু তাৰ বিপৰীত। ওচৰ চাপি যাবলৈ সাহস নহয়। কিবা উত্তাপ অনুভৱ কৰো। কাষ চাপি গ'লে দেই পুৰি মৰাৰ সম্ভাৱনা। দূৰৈৰ পৰাই সাহস গোটাই সুধিলো, "পৰীক্ষা পালেহি নহয়? পঢ়া-শুনা কেনে কৰিছা?"

"যি পাৰো পঢ়িছো। কিন্তু দেখুৱাই দিওঁতা নাই নহয়। পণ্ডিত খুৰাই মাজে মাজে আহি দুই এটি নজনা পাঠ শিকাই দিয়ে।" লাজ লাজ কৰি মইনামতীয়ে কথাকেইষাৰ কৈ গ'ল।

কথাৰ আঁত নাপাই মই উঠিবলৈ বিচাৰিলো। খুৰীয়ে সুধিলে,

"তোমাৰো কলেজ পাছ কৰিবলৈ আৰু কিমান দিন আছে ?"

"ধৰক ছমাহৰ পিছতে পৰীক্ষা। বাছনি পৰীক্ষালৈ আৰু বেছি দিন নাই। ডেৰমাহ-দুমাহ আছে।" .

মইনামতীয়ে লাহেকৈ ক'লে, "আপুনি চহৰৰ হাৱা-পানী পাই বৰ ধুনীয়া হৈছেদেই।" কথাষাৰ আচম্বিতে হয়তো ওলাই গ'ল। সেয়ে কথা-ষাৰ শেষ হওঁ-নৌহওঁতেই মইনামতী লাজতে মৰহি গ'ল। ময়ো লাজতে মৰি যোৱাৰ দৰে হ'লো। যিজনৰ ৰূপৰ ভমকে ঋষি মুনিৰো মতিভ্ৰম কৰাৰ সম্ভাৱনা, যি ৰূপ-লাৱণ্য ঢাকিবলৈ গাত কাপোৰ লʼবলগীয়া ব্যৱস্থা হ'ল ; সেইজনে মোক 'ধুনীয়া হৈছে' বুলি ইতিকিং কৰা নাইতো ?

পৃথিৱীখন বহুতো পৰিবৰ্ত্তন হোৱা যেন লাগিল। সদায় তই বুলি সম্বোধন কৰা মইনামতীক আজি মই ক'ব নোৱাৰাকৈ 'তুমি' বুলিলো। মইনামতীয়েও মোক নিঃসঙ্কোচে প্ৰথমবাৰৰ কাৰণে আপুনি বুলিলে। দুয়ো জনাৰেই জিভাই পিছল খালে কিয় ? কিয় বাৰু ? এনেবোৰ কিয় হয় ? আগতে মইনামতীহঁতৰ ঘৰলৈ মই কাচিৎ গ'লে নামতী খুৰীয়ে 'মইনামণী' 'মইনামণী' বুলি চিঞৰি খলক লগায়। তাইক আমাৰ ঘৰলৈ লৈ আহিবলৈ অনুৰোধ কৰে। দুই-এটা আখৰ বিশেষকৈ ইংৰাজী আৰু অংকৰ পাঠ শিকাবলৈ কাকুতি কৰি কয়। কিন্তু আজি মইনামতীৰ পৰীক্ষাৰ সময়। এম লি. পৰীক্ষা দিব। দেখুৱাই দিওতা নাই বুলিও স্বীকাৰ কৰিলে। কিন্তু মোক অলপ পাঠ শিকাই দিব-লৈতো এষাৰ কথা নক'লে ! কিয় বাৰু ? এইবোৰ প্ৰশ্নৰ উত্তৰ কোনে দিব ? ভাবি আদি অন্ত নেপাওঁ। তথাপি মনত সেইবোৰ ভাবেই জুমুৰি দি ধৰে।

'খুৰী আহিলো' বুলি উভতিলে। মইনামতীৰ ফালে চাই 'আহো' বুলি কবলৈ মোৰ সাহপিতৰ অকুলন হ'ল।

উভতি ঘৰ পালোহি। মায়ে মোক বিচাৰি হুলস্থুল লগাইছে। আহিয়েই কলৈ গ'ল ? ঘৰ সোমোৱাৰ লগে লগেই মাকনৰ মুখে এই বাতৰি পায়। মোক দেখি মায়ে সুধিলে, "আহিয়েনো কোনখিনি

পালিগৈ। চাহ-জলপান কৰি বৈ আছো। সেইবোৰ ঠাণ্ডাই হল যেন পাইছো। ক'লৈ গৈছিলি ?”

“মইনামতীহঁতৰ ঘৰলৈ গৈছিলো মা। তাতে এগিলাচ গাখীৰ খাই আহিছো।”

“মইনাহঁতৰ ঘৰলৈ গৈছিলি ? সিহঁতৰ ঘৰত কোনো মতা মানুহ নাই। তালৈ গ'লে মানুহে কি ভাবিব। এতিয়া তাই ডাঙৰ হৈছে। তয়োতো আৰু সৰু লৰাটো হৈ থকা নাই।”

মাৰ পৰা এনে এষাৰ কথা শুনিবলৈ মই প্ৰস্তুত নাছিলো। থতমত খালো। বৰঘৰৰ মাজৰ কোঠাত চকি এখন টানি বহি পৰিলো। মায়ে চাহ জলপান আনি তাতেই যুগুতাই দিলে। চাহ জলপান খাই মাৰ পৰা বিদায় লৈ মই গুৱাহাটীলৈ বুলি ৰাওনা হ'লো।

মাৰ মানাহি, কণ পেহীৰ সকীয়নি, নামতী খুৰীৰ হেঙাৰ, মইনামতীৰ গাত কাপোৰ লোৱা ব্যৱস্থা আৰু মই আৰু সৰু লৰা হৈ নাথাকি ডাঙৰ হোৱাৰ কথাই কিছুদিনলৈ মোক বৰ আমনি কৰি আছিল।

কথাছবিৰ আঁৰ হেৰালে বিপদ। ছবি মান কমে। কিন্তু মনৰ আঁত হেৰালে দেখিছো মানুহে নিস্কৃতি পায়। মোৰ মনৰ আঁত হেৰাল। কথাবোৰ মনৰ মাজতে মাৰ গল। ভাববোৰ পাতলিল। এই পাহৰণি মোৰ কাৰণে মন্দাকিনী যেন হ'ল। আকৌ নতুন কথাত মন মজিল। খেলা-ধূলা, অভিনয়ৰ উপৰিও পৰীক্ষাৰ ভয়ে মন পেপুৱা লগালে। দিনবোৰ পাৰ হৈ মাহত পৰিণত হল। বাছনি পৰীক্ষা বা চাকনি পৰীক্ষা ওচৰ চাপিল। প্ৰায় দুসপ্তাহ বাকী। এনেতে ডাক পৰিল। মাৰ পৰা। অহা পূৰ্ণিমা তিথিত এভাগ সত্যনাৰায়ণ পূজা পাতিছে। মোৰ নামত আগ কৰা। সেয়ে ৰাতিটোৰ কাৰণে হ'লেও যেনে তেনে যাব লাগে।

পূজাৰ দিনা খুৰীদেউৰ দখিত উপবাসে থাকিব লগীয়া হ'লো। আবেলি তিনিমান বজাত পাৰ হ'লো। দিনে পোহৰে ঘৰ পালোগৈ।

বাটঘৰ সোমায়ে দেখিলো আগ চোতালত তিনি চাৰিজনে বহি দোনা শিব ধৰিছে। কাষত ঠাক ঠাক দোনা সজোৱা আছে। কাষৰ নামঘৰৰ ফালে ভুমুকিয়াই চালো। বজু বাপুটি মাহ চাউল সজোৱাত ব্যস্ত। ৰত্নকান্ত দেৱশৰ্মা। পচৰীয়াৰ। সত্যনাৰায়ণৰ ভোগ কৰাত সিদ্ধহস্ত। নামঘৰৰ মজিয়াত পকা কলৰ শাৰী শাৰী থোক, নাৰিকল, কুঁহিয়াৰ আদি উপকৰণ থুপাই থোৱা আছে। মোক দেখি ৰত্নবাপুটিয়ে এটি মিচিকীয়া হাঁহি মাৰি কলে, "বোপা আহিলা ? আয়ে বৰ চিন্তা কৰি আছে।"

মই "মা ! মা !" বুলি চিঞৰি ঘৰ সোমালো। বৰ ঘৰৰ বাৰাণ্ডাত দেউতা। দেউতাক দেখি মই অলপ থমকি ৰলো। দেউতাই এতিয়া অবসৰ লৈছে। দেউতাই সততে চিঞৰি কথা নকয়। সেইদিনা কিন্তু ব্যতিক্ৰম দেখিলো। ৰান্ধনি ঘৰৰ ফালে আগুৱাই চিঞৰি কলে, "কণ আইটি ! অ' কণ আইটি, ই আহি পালে দিয়া।" মায়ে মোক দেখি এটি মধুৰ হাঁহি মাৰি মোৰ কাষ চাপিল।

ইফালে ভিতৰ চোতালতো হাহি-খিকিন্দালি। ওচৰৰে জীয়ৰী মাকৌ, মাখনী, মহামায়া, পখিলাইত বহি তামোল পান কটাত ব্যস্ত। আয়োজন দেখিছো ডাঙৰেই। এবাৰ চকু ফুৰাই চালো—মইনামতীক বিচাৰি। নেদেখিলো। তথাপি একো প্ৰশ্ন নকৰি মনে মনে থাকিলো।

কণ পেহী ল'ৰা-ছোৱালী দুটিৰে পুৱাতেই হেনো আহিছে। মাইচেনী বাইদেউ মোৰ আগে আগে আহি ঘৰ সোমাইছে। মাৰ মুখত হাঁহি দেখি কণ পেহীয়ে এটি জেঁাকাৰণি মাৰিলে, "নবৌয়ে এতিয়াহে শান্তি পাইছে। পুৱাৰে পৰা মুখখন গোমোঠা পৰি আছিল। এতিয়া হাঁহি ওলাইছে।" কণ পেহীৰ কথাষাৰত কাণ দিও কাণ নিদিয়াৰ ভাও ধৰি মাই সুধিলে, "কিবা খাবি নে ?"

"দিনটো উপবাসে আছো। উপবাসত অঁাচোৰ নপৰাকৈ কিবা খাব পাৰি যদি দে, নহ'লে নেলাগে।"

"দেউতাৰাও উপবাসে আছে, ময়ো আছো। ভাল হ'ব দে, আমি তিনিও পূজা ভাগ ধৰিম। তয়ে বৰণ দিবি।

পূজাৰ কাম শেষ হওতে নিশা প্ৰায় ন বাজিল। তাৰ পিছত নাগাৰা নাম। দুযোৰ নাম মাতিছে। আমাৰ চুবুৰীৰ আৰু ৰজা-খাটৰ। আমাৰ খেলৰ নামতী দীনা পণ্ডিত। দীননাথ শইকীয়া। প্ৰাথমিক স্কুলৰ পণ্ডিত। মোৰো শিক্ষাগুৰু। লগতে আনন্দ শইকীয়া, ৰবিৰাম দাস, কালীৰাম তামুলী, নাতু শইকীয়া, লীলা মেধি আদি চুবুৰীৰ ঘাই ঘাই লোকসকল। নাগাৰা বজাইছিল মহেন্দ্ৰনাথ দাসে (বগা)। ৰজাখাটৰ খেলৰ দণ্ডি পাঠক, ভিবি তামুলী, জিৎৰাম আদিৰ কথা মনত পৰে। নাম শুনিবলৈ ওচৰৰ মুনিহ-তিৰোতা আহি ঠাহ খাই পৰিছে। তাতো চকু ফুৰাই মইনামতী আৰু মইনামতীৰ মাকক নেদেখি আচৰিত হ'লো। কাৰণ কাকো সুসুধিলো। হয়তো 'তাই গাত কাপোৰ লোৱা' আৰু 'ময়ো সৰু হৈ থকা নাই' কথাই মাঙ্গলিক কামত বিজুতি ঘটায়। সেয়ে মনে মনে থাকি নাম শুনাত মন দিলো। নিশা দুইমান বজালৈকে নাম চলিল। নাম সামৰি প্ৰসাদ আৰু ভোগ গ্ৰহণ কৰি ৰাইজে আশীৰ্বাদ দিলে। নিজ নিজ ঘৰমূৰি স্বৰূপ প্ৰসাদৰ টোপোলা আৰু নিজে লৈ অহা মাদি, ঘটি, টেকেলিত ভোগ ভৰাই ৰাইজ ঘৰমূৱা হ'ল।

একান্তমনে নাম শুনিলো। বৰ ভাল লাগিল। বহুত দিনৰ মূৰত আকৌ সেই ল'ৰালি কালৰ পৰিবেশ ঘূৰাই পালো। বিছনাত পৰোতে ৰাতি প্ৰায় পুৱাবৰে হ'ল। বহুপৰ টোপনি অহা নাছিল। দীনা পণ্ডিত আৰু দণ্ডি পাঠকৰ ইমানবোৰ নামৰ পদ সলসলীয়াকৈ মুখস্থ থকাৰ কথাত আচৰিত হ'লো। শ্ৰদ্ধাত শিৰ দোঁ খাই আহিল। এই স্মৰণ-শক্তি মোৰ বা আমাৰ নহ'ল কিয়? অঙ্ক, পদাৰ্থ বিজ্ঞান, ৰসায়নৰ সূত্ৰ বা 'ফৰ্মুলা'বোৰ পঢ়া মেজৰ কাষত লেখি আঁৰি থৈছো। বহুৰ জুৰি চকু ফুৰাই চোৱা মনত ৰাখিব নোৱাৰো কিয়? এইবোৰ ভাবি ভাবি কেতিয়া টোপনিত লালকাল হ'লো গমকে নাপালো।

পুৱা ন বজাৰ সময়ত সাৰ পালো। সাৰ পালো যদিও সাৰ পোৱাই দিলে বুলিলেহে উচিত হ'ব। মায়ে আঁঠুৱাখন দাঙি গাত ধৰি ক'লে "উঠচোন উঠ, বাপু যাবলৈ ওলাইছে। তোক আশীৰ্ব্বাদ এবাৰ দি যাব।" মাৰ কথাত খক-মককৈ উঠি বহিলো। চাওঁ যে ওচৰতে ৰত্ন বাপুটি থিয় হৈ আছে। উঠি বহাৰ লগে লগেই বাপুটিয়ে মূৰত ধৰি গুণগুণাই মন্ত্ৰ মাতি আশীৰ্ব্বাদ দি বিদায় ল'লে। মই উঠি মুখ-হাত ধুই ৰান্ধনিঘৰ সোমালোগৈ।

আচৰিত হ'লো। ৰন্ধনৰ বিশেষ যোগাৰ চলিছে। মা ৰন্ধা-বঢ়াত ব্যস্ত। মাকণে চাহ-জলপান যুগুতাই দিলে। কণ পেহী কেঁচুৱাটো কোলাত লৈ মোৰ ওচৰত বহিলহি। মোৰ পৰীক্ষাৰ বাতৰি সুধিলে। ক'লো আৰু বাৰদিনমান আছে। কণ পেহীয়ে ক'লে, "এ মইনামতীৰ বিয়াৰ সময়তে পৰিল। তাইৰ বিয়ালৈও আৰু দহ-বাৰ দিনমানহে আছে।"

"মইনামতীৰ বিয়ানেকি?"

"অ' তাইৰ বৰ কপাল। পৰীক্ষাত ভালদৰে পাচ কৰিলে। লগে লগেই দৰা ওলাল। ঘৰৰ অৱস্থা ভাল। পৰিয়ালত দুজন ল'ৰা। দৰাই ডাঙৰ। বাপেক নাই—মাক আছে। দেউতাকৰ দিনৰে দোকান এখন আছে। বাপেক মৰাৰ পিছত ডাঙৰ ল'ৰাজনেই দোকান চলায়। সৰুজনে পথাৰ আৰু বাৰীঘৰ চায়। খেতিৰ মাটিও যথেষ্ট। বছৰটো খাই ধান বেচিব পাৰে। আমাৰ ফোঁটামাৰা বাপুই ৰাহিযোৰা চাই দিছে। বৰ ভাল যোৰা মিলিছে। পাভযোৰা। তাই ৰাজ-ৰাণীৰ দৰে থাকিব পাৰিব। আজি নবৌৱে তাইক ভাত এসাজ খাবলৈ মাতিছে। মাইচেনী ৰাতিতেই ঘৰলৈ গ'ল। মোক নবৌৱে ৰাখিলে। ইটো সিটো কৰি দিব লাগে। তাইৰ কপালো ভাল। কালি শলমাৰাৰ জালোৰাই বৌমাছ আনিছিল। কালিয়েই খাছি-কুটি থৈছো। কালি পূজাৰ কাৰণে নাৰান্ধিলে। ভাল পাব এযোৰো পাইছে। সিহঁতৰ কালি গধূলিৰ সাজৰ নিমন্ত্ৰণ আছিল। আঠগাঁৱৰ পেহী-

য়েকৰ ঘৰত। কালি আবেলিতে গৈছে। ৰাতিটো তাতেই থাকিব। কালি আবেলি যাওতে ইয়াত সোমায়ো গৈছে। সিহঁতৰ কাৰণে নবৌয়ে প্ৰসাদ আৰু ভোগ যতনাই থৈছে। এতিয়া মানে উভতিছে নিশ্চয়। এবাৰ মান বজাত পাবহি।" এনেতে বৰ ঘৰৰ বাৰাণ্ডাৰ পৰা 'জেঠাই' 'মাকণ' বুলি কোনোবাই মতা শুনিলো। কণ পেহীয়ে মুখ ঘূৰাই চাই চিঞৰি উঠিল, "অ' সেইজনী আহি ওলালহিয়েই।" ময়ো চকু ঘূৰাই চাওঁ যে মইনামতী ৰান্ধনিঘৰৰ দুৱাৰৰ চৌকাঠত ধৰি থিয় দিছেহি। মোক দেখি আগৰ সেই মইনামতীজনী হৈ হাঁহি মাৰি ক'লে, "মোৰ বৰ ভাগ্য। ককাইদেউক লগ পালোহি। পাৰ হ'ল বুলিয়েই ভাবিছিলো। কালি গধূলি গৈ পোৱাৰ লগে লগেই মাৰ মূৰ ঘূৰালে। কালি গধূলি আৰু কাৰো ঘৰলৈ যোৱা নহ'ল। আজি পুৱাতে উঠি ঘৰে ঘৰে সোমাই আহিছো। মায়ে কাকো এৰিব নোখোজে। সকলোৰে ঘৰত সোমাই দেখি কৰে। মই টানি আঁজুৰিহে লৈ আহিছো। বাট এৰি পথাৰেৰে পোনাইছে। আহিয়েই মা পাটিত পৰিছে। মোক সোনকালে ইয়ালৈ আহিব চিঞৰি আছে, 'যা, সোনকালে যা। নহ'লে ককাইদেৱেৰক লগ নাপাবি। গা বেয়া লগাত মই নিজে মাতিবলৈ যাব নোৱাৰিলো। মোৰ হৈ তয়ে মাতিবি।'সময় থাকিলে, আমাৰ ফালে এপাক মাৰিবলৈও কৈছে।"

মই আচৰিত হ'লো। কথাৰ আঁত হেৰাই গ'ল। সমাজৰ গাঁঠিবোৰ ইমান সঘনে কঠিন বা শিথিল হয় কেনেকৈ? সিদিনা নিজেই গৈছিলো নামতী খুৰীৰ ঘৰলৈ। খুৰীয়ে যেন কিবা অস্বস্তি বোধ কৰিছিল। জীয়েক আৰু মোৰ মাজত অগ্নিগড় ৰচিছিল। আজি নিজেই মোক মাতিবলৈ মইনামতীক পঠিয়াইছে। অকলে, নিঃসঙ্কোচে। মইনামতী আজি আৰু সিদিনাৰ মইনামতী হৈ থকা নাই। সাত-আঠ বছৰৰ আগৰ সেই মইনামতীজনী হৈ মোৰ ওচৰ চাপিছে। বান্ধোন খুলি মুকলিমূৰীয়া হৈ পৰিছে। কেৱল জলছবি বিচৰাৰ পৰিৱৰ্ত্তে নিজৰ বিয়াৰ জান দিবলৈ আহিছে। এইখিনিহে

মাথোন ব্যতিক্রম। কণ পেহীয়েও ‘গাত কাপোৰ লোৱা হ’ল’ বুলি সকীয়নি দিয়াৰ সলনি ‘আহ, ভিতৰলৈ আহ’ বুলি মোৰ কাষতে বহিবলৈ মইনামতীৰ কাৰণে এখন পীৰা পাৰি দিছে।

“পেহী, এঘটি পানী দে” বুলি হাত মেলি কণ পেহীৰ হাতৰ পৰা এঘটি পানী লৈ চোতালত ভৰি-হাত তিয়াই মইনামতী মোৰ কাষৰ পীৰাখনতে আলফুলকৈ বহি মোৰ মুখৰ ফালে চাই নিঃসন্দেহে কথা পাতিছে। ‘তই আৰু এতিয়া সৰু ল’ৰাটো হৈ থকা নাই’ বুলি মায়ে মোক মানাহি দিয়াৰ পৰিৱৰ্তে আখলৰ পৰা আহ-যাহ ’কৰোতে আমাৰ কথাৰ ওপৰতে মইনামতীক দুই-এটি কথা সুধিছে। ভাবি ওৰ নেপাওঁ।

মাকণে মায়ে যুগুতাই থোৱা সত্যনাৰায়ণৰ ভোগ আৰু প্ৰসাদ মইনামতীৰ ফালে আগুৱাই দিলে। মইনামতীয়ে প্ৰসাদৰ পৰা ফুল-নিৰ্মালি তুলি মূৰত লোৱাৰ উপৰিও নিজৰ চুলিৰে বন্ধা লাহতী খোপাত গুজি লৈ প্ৰসাদ গ্ৰহণ কৰাত লাগিল। ভোগ মুখত দি শলাগিলে, “ইমান সোৱাদ হৈছে। ককাইদেউৰ পৰীক্ষা খু-উ-ব ভাল হব। তেতিয়া কিন্তু আমাক মিঠাই খুৱাব লাগিব।”

মই অবাক হ’লো। গোটেই সমাজখনেই আজি যেন গাঁঠি খুলি যেনি তেনি ঢাপলি মেলিছে।

দেউতা আজি ঘৰত নাই। গুৱাহাটীলৈ গৈছে। পেঞ্চনৰ টকা ল’বলৈ। এই সুযোগতে ভাত পানী খাই মাকণ, মাখনী, মহামায়া কণ পেহীৰ সৈতে মইনামতীয়ে গৈ হাঁহি-খিকিন্দালিৰ পোহাৰ মেলিছে।

তেতিয়া আবেলি তিনি বাজিবৰ হৈছে। মই পাৰ হ’বলৈ সাজুহৈ মাক জনালো। মায়ে মাকণক মোক চাহ-জলপান দিবলৈ আদেশিলে। মাকণে কালি নামৰ কাৰণে কটা তামোল-পাণৰ খৰাহীটো সিহঁতৰ ফালে আগুৱাই দুখনমান তামোল মোৰ কাৰণে বাছিবলৈ কৈ ৰান্ধনি-ঘৰত সোমাল। মইনামতীয়ে কোৱা শুনিলো, “এইবোৰ কালি দিনতে কটা তামোল। শুকাই গৈছে। ককাইদেৱে খাই সোৱাদ নেপাব। চাওঁ, মই নতুনকৈ কাটি দিওঁ।”

মাকনে বৰ ঘৰৰ বহা কোঠাৰ মেজত চাহ-জলপান যুগুতাই দি ওচৰতে থিয় হ'ল। আন ফালৰ পৰা মইনামতীয়েও এটা সৰু বঁটাত কেইখনমান ঠুৰীয়া তামোল যতনাই আনি মোৰ আগত ৰাখিলেহি। ছুয়োজনীৰে অকপট মৰম-চেনেহৰ সোৱাদ আৰু জা-জলপানৰ সোৱাদ একেকাৰ হ'ল।

বেৰত আঁৰি থোৱা ডাঙৰ ঘড়ীটোত টং টং কৈ চাৰি বাজিল। মই উঠিলো। মাক সেৱা জনাই সকলোকে মাত লগাই মই চাইকেল ঠেলি বাহিৰলৈ ওলালো। দেখিলো মাকন আৰু মইনামতীও হাতত ধৰাধৰিকৈ মোৰ পিছে পিছে আহিছে। কণ পেহীয়েও কেঁচুৱাটো কোলাত লৈ আগ চোতালৰ মাজ পাইছেহি। বাটঘৰ পাৰ হৈ চাইকেলত উঠাৰ আগতে পিছফালে সিহঁতৰ ফালে চালো। মইনামতীয়ে মাকনৰ কাণত ফুচফুচাই কিবা কৈছে। মাকনে মোৰ ওচৰলৈ লৰি আহি ক'লে, "তাইৰ বিয়াৰ দিনা তোক তেনে তেনে আহিবলৈ কৈছে।"

মই মইনামতীক উদ্দেশি, "আহিম, নিশ্চয় আহিম" বুলি চাইকেলত উঠিলো। কেঁকুৰিটো পোৱাৰ আগলৈ লাহে লাহে সিহঁতৰ ফালে চাই আগুৱালো। কেঁকুৰিটো ঘূৰি জোৰে পাৰঘাট বুলি চাইকেল চলালো।

মইনামতীৰ বিয়াত যোগদান কৰিব নোৱাৰিলো। আই ধৰাতকৈ বাই ধৰা চাৰ হ'ল। সেইদিনা মোৰ 'ৰসায়ন'ৰ পৰীক্ষাৰ দিন পৰিল। পৰীক্ষা শেষ হ'ল। খবৰো ওলাল। বাছনিত উঠিলো। তেতিয়া অসমত বিশ্ববিদ্যালয় নাছিল। আমি কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত ছাত্ৰ। শেহান্ত পৰীক্ষাৰ কাৰণে ধন আদি জমা দি, লাগতিয়াল কাকত-পত্ৰ দাখিল কৰি উঠোতে প্ৰায় ডেৰমাহ পাৰ হ'ল। এবাৰ ঘৰৰ পৰা আহি আকৌ শেহান্ত পৰীক্ষাৰ কাৰণে সাজু হ'ব লাগিল। এই বুলি পাৰ হ'লো। বহুদিন ঘৰলৈ অহা নাই। মোক দেখি সকলোৰে আনন্দ। মা আৰু মাকণৰতো কথাই নাই। ঘৰ পোৱাৰ

লগে লগেই আনন্দৰ জাউৰি উঠিল। মা আৰু মাকণৰ পৰাই ইটোৰ সিটো বাতৰি ল'লো। কথা-প্ৰসঙ্গত মাকণক সুধিলো, "মইনামতীৰ বিয়াত তইঁত কোন কোন গৈছিলি ? কইনাক উপহাৰ কি দিলি ?" মোৰ প্ৰশ্ন শুনি মাকণৰ মুখ গধুৰ হ'ল। "এ নকবি, তাইৰো যে আৰু কপালখন।" এই বুলি মাকণে চকুপানী টুকি আঁতৰ হ'ল। প্ৰশ্নৰ উত্তৰ নাপালো। বহু প্ৰশ্নই সুধিম বুলিয়েই পাতনি মেলিছিলো। কিন্তু থোৰতে থেকেছা খালো। মই আচৰিত হ'লো। কি হ'ল, মাকণে প্ৰশ্নৰ উত্তৰ নিদি এনেদৰে আঁতৰ হ'ল কিয় ? মাকণৰ পিছ ল'লো। কিন্তু মাকণৰ পৰিৱৰ্তে মাৰে ভেটাভেটি হ'লো। মাক সেই একে প্ৰশ্নকে কৰিলা। প্ৰশ্ন শুনাৰ লগে লগে মাৰ মুখো সেমেকি যোৱাৰ দৰে হ'ল। ক'লে, "তাইৰ কথা আৰু নুসুধিবি, বুকুখন ভাঙি যোৱাৰ দৰে হয়।" এই বুলি মা ৰান্ধনিঘৰ সোমাল। মোৰ কৌতূহল বাঢ়িল। কি হ'ল ? মইনামতীৰ কি হ'ল ? বিয়া ভাঙিল নে আন কিবা হ'ল ? ভাবি ওৰ নেপাওঁ। সেয়ে আখলৰ কাষ চাপি মাক পুনৰ সুধিলো, "কি হ'ল মা ? মইনামতীৰ কি হ'ল ?"

"কপালত যি লিখা আছিল সেয়ে হ'ল বাছা। তাই ফুলবাঁৰী হল।"

এনে এটি উত্তৰৰ কাৰণে মই সমূলি প্ৰস্তুত নাছিলো। মই নিথৰ হ'লো। মাত হেৰাই গ'ল। মোৰ ভনী এগৰাকী বিধবা হ'ল। মই তাৰ ভূকে নাপালো। মাকণ আৰু মইনামতীৰ মাজততো মোৰ মানত কোনো পাৰ্থক্য নাই। ঘৰখনেই তাইক নিজৰ বুলি আঁকোৱালি লৈছিলো। এতিয়া তাই ক'ত আছে, তাইৰ কি ব্যৱস্থা হৈছে, সবিশেষ জানিবৰ কাৰণে মোৰ মন আকুল হৈ পৰিল। কিন্তু কাক সুধি সমিধান পাওঁ ? মাকণক পুনৰ কন্দুৱাবলৈ মোৰ মন নগ'ল। তাইৰ কথা তুলিলে মাৰ বুকু ভাঙি যোৱাৰ কথা শুনাৰ পিছত তাত পুনৰ খুন্দিয়াবলৈ মই ইমান নিষ্ঠুৰ হব নোৱাৰিলো। সেয়ে নিজেই নেই পুৰি নীৰৱে থাকিলো। দুপৰীয়া ভাত-পানী খাই বাহিৰৰ কোঠাত

নতুনকৈ যুগুতাই দিয়া বিছনাত পৰি চটফটাই থাকিলো। দুৰ্ভাবনা আৰু দুশ্চিন্তাই মোক জিৰণি ল'বলৈ সকাহ নিদিলে। ইকাটি সিকাটি কৰি বিছনাতে সময় কটালো। সকলো যেন স্থিৰে আছে, মইহে অস্থিৰতাৰ ধুমুহাত জৰ্জৰিত হৈছো।

মাকণে আহি মাতিলেহি। আবেলিৰ চাহ-জলপান খাবৰ কাৰণে। উঠি গৈ পাকঘৰৰ মজিয়াতে বহিলো। যুগুতাই দিয়া চাহ-জলপান-খিনি মুখে-কাণে গুঁজি পলকতে শেষ কৰিলো। মাকণে দেখিছো অলপ আলেঙে আলেঙে ফুৰিছে। হয়তো মইনামতীৰ কথা সোধো বুলি। হয়তো মোৰ নিজৰেই ভুল হ'ব পাৰে। কিয়নো তেতিয়া মোৰ মন মইনামতীৰ কথাই তোলপাৰ কৰি আছিল। তাই বিধবা হ'ল কেনেকৈ? গিৰিয়েকৰ মৃত্যু হ'ল কেনেকৈ? অসুখত ভাল চিকিৎসা হ'ল নে নহল? এতিয়া তাই ক'ত আছে? নামতী খুৰীৰ অৱস্থা কি? —এনেবোৰ প্ৰশ্নই মোৰ মনৰ মাজতে উঠা-নমা কৰি আছিল।

"অলপ ফুৰি আহো" বুলি আলাসতে কথাষাৰ কৈ চাইকেল ঠেলি বাহিৰলৈ ওলালো। ভাবিলো নামতী খুৰীৰ ওচৰলৈকে যাওঁ। নাই, নামতী খুৰীয়ে হয়তো কান্দি কান্দি বলিয়া হ'ব। তেন্তে কি কৰো? কণ পেহীলৈ মনত পৰিল। এৰা কণ পেহীৰ পৰা সকলো কথা জানিব পৰা হ'ব। এইবুলি চাইকেলত উঠিলো।

কণ পেহীৰ ঘৰ ওলালোগৈ। পেহাই পঁদুলিতে বহি কাম কৰি আছিল। পেহা বাঢ়ৈ। হাতুৰি বটালি লৈ কিবা কাটি আছিল। মোক দেখি আনন্দত অধীৰ হৈ পৰিল। ভিতৰলৈ চিঞৰি ক'লে, "হেৰা কোন আহিছে চোৱাচোন।" মোক ভিতৰলৈ লৈ গ'ল। পেহাৰ চিঞৰ শুনি পেহীও ওলাই আহিল। মোক সাবটি ধৰিলেহি। লগে লগে আদেশ জাৰি কৰিলে। পেহাৰ ওপৰত। দুটা ডাব পাৰি আনিবলৈ। শোৱনি-ঘৰৰ বাৰাণ্ডাতে এখন চকি পাৰি বহিবলৈ ক'লে। এখন সৰু মেজ আনি আগত ৰাখিলে। ৰাকচত জাপ দি থোৱা

মেজত পৰা কাপোৰ এখন আনি মেজখন ঢাকি দিলে। মুখত চিৰ-লগৰীয়া হাঁহিটি আছেই। কণ পেহীহঁতৰ চলন-ফুৰণত মইনামতীৰ ঘটনাটি সময়ত কিবা চাব পেলালেও এতিয়া তাৰ কোনো লক্ষণ দেখা নাপাওঁ।

"বহ, মই দুখনমান পিঠা ভাজো।" বুলি কণ পেহী ভিতৰ সোমাল। পেহাই ডাব পাৰি আনি এগিলাচ ডাবৰ পানী নিজেই যুগুতাই দিলেহি। মোৰ পৰীক্ষাৰ খা-খবৰ ল'লে। পেহীয়ে কাঁহৰ পাণধোৱা এখনত এজাপ পিঠা সজাই চাহ এপিয়লাৰে মোৰ আগত থাখিলেহি। মোক খাবলৈ কৈ পেহাৰ কাৰণেও চাহ-জলপান আনি দি বঁটাটো লৈ ওচৰতে বহি তামোল কটাত লাগিল। পেহী বাংঢালী। কথাৰ শেষ নাই। নানান প্ৰশ্ন সুধিলে, "কেতিয়া আহিলি ? কিমান দিন থাকিবি ? পৰীক্ষা কেনে হ'ল ?" সিপাৰৰ খুৰাদেউৰ সক লৰা-ছোৱালীবোৰৰ এটি এটিকৈ খবৰ সুধিলে। ময়ো থোৰতে সেইবোৰৰ উত্তৰ দি মোৰ মূল কথালৈ আহিলো। গুৰিৰ পৰাই আৰম্ভ কৰিলো। মই যেন মইনামতীৰ কথা একো ভু পোৱা নাই। সুধিলো, "পেহী মইনামতীৰ বিয়া খালি ? তহঁত কোন কোন গৈছিলি ?"

সুধিবহে পালো, কণ পেহীৰ মুখখন হঠাৎ বিজুতি ঘটি নুমাই যোৱা 'নিয়ন লাইট'টোৰ দৰে হ'ল। মুখত হাঁহি গুচি কান্দোন চলিল। পেহায়ো "এৰা, ঈশ্বৰৰ লিখন কোনে খণ্ডাব পাৰে" বুলি ভকতীয়া ভাবত কথাষাৰ কৈ আঁতৰি গ'ল। সকলো অনুভূতি দমন কৰি আঁচলৰে চকু মচি কণ পেহীয়ে ক'লে, "বোপাই ঐ, নকবি ঐ তাইৰ কথা। উস্ উস্, কণা বিধাতাইনো তাইৰ কপালত তাকেহে লেখিছিলনে ? বুজিছ, বুকুখন হমহমাই যায়।" এই বুলি কণ পেহীয়ে দীঘলীয়া পাতনি জুৰিলে, "তাই বিধবা হ'ল নহয়। ইস্ ল'ৰাটোৰ যে এনেদৰে মৃত্যু আছিল—কোনেনো ভাবিব পাৰে।" মই আগতে কথাটো জনাৰ ভাব নেদেখুৱাই সুধিলো, "বিধবা হ'ল ?"

"বিধবা হে হ'লনে ? তাইৰ সকলো গ'ল ঐ বোপাই। চাই

থাক চাই থাক—ছোৱালীজনীক কিজানি এতিয়া কোনেও চকুপাৰি দেখিব নোৱাৰা হৈছে। বৰ কৰুণ অ'. গিৰিয়েকৰ মৃত্যু। বৰ কৰুণ। তাই কুমলীয়া ছোৱালী। কিদৰে সহ্য কৰিছে—ভাবিলেই দুখ লাগে।"

"কওঁ বাচোন। কথাটো মনত পৰিলেই বুকুখন শোকে খুন্দা মাৰি ধৰে। সাত শত্রুৰো তেনে নহওক ঐ বোপাই। তাইৰ বিয়াখন বৰ ধুমধামেৰেই হৈছিল অ'। গাঁৱৰ সকলোৱেই গা লাগি বিয়াখন পাতিছিল দে। কিন্তু হ'লে হ'ব কি? ক্ষন্তেকৰ ভোজ খাওতা নাই। একনী বাঁৰী বিধবাৰ ছোৱালীৰ বিয়া বুলি কোনেও ক'ব নোৱাৰিব। জা-জলপানৰ কথা এৰিছোৱেই। ঢুলীয়া, বেণ্ডপাৰ্টিও যোগাৰ কৰি আনিলে নহয় চুবুৰীৰ ডেকা চামে। বিয়াৰ শেষলৈকে মানুহে জুমুৰি দি আছিল। আনকি নবৌ-মাকণহঁতো আছিল। বৰ স্ফুৰ্তি হৈছিল অ' বিয়াখনত। পিছে কি হ'ল জান?"

"কি হ'ল পেহী?"

"বিয়া হৈ সাতদিন যোৱাত দৰা-কইনা আহিল। আঠমঙলা খাবলৈ। আঠমঙলাও পাতিলে ভালকৈয়ে। ন দিনৰ দিনা দুয়ো গাওঁ ফুৰিলে। ঘৰে ঘৰে গৈ চা-চিনাকি হ'ল। ককাইদেউ-নবৌক গৈ দুয়ো সেৱা কৰিলেগৈ। মোৰ ঘৰলৈকো আহিছিল। ডাবৰ পানী, চাহ-জলপান খুৱাই বিদায় দিলো। ল'ৰাটো বৰ মৰম লগা। ওখ-পাখ, মাগুৰ বৰণীয়া। মোক পেহী বুলিও মাতি তেনেই নিজৰ কৰি ল'লে। গাঁৱৰ সকলোৱেই শলাগিলে। পিছদিনা দুয়ো গ'লগৈ। এঘাৰ দিনৰ গধূলি খবৰ আহিল—মইনামতীৰ গিৰিয়েক ঢুকাল। গাঁওখন তেনেই নিজম পৰিল। বহুতৰে সিদিনা গধূলিৰ সাজৰ চৰু নজ্বলিল।"

"কেনেকৈ ঢুকাল?"

"পানীত ডুবি মৰিল অ'। সেই যে ইয়াৰ পৰা ওলাই গ'ল—নিজৰ ঘৰ আৰু নাপালেগৈ। সিহঁতৰ গাঁওখনৰ আগতে হেনো লুইতৰ সৰামুঁতি এটা আছে। বাৰিষা পানী বাঢ়িলে সি নৈৰ দৰেইহে

হয়— কিন্তু খৰালি শুকাই তুটাঁৰমানহে পানী থাকে হেনো। বহুতে সাঁতুৰিয়ে পাৰ হয়। এনে সৰু নাও ৰাইজে যুগুতাই ৰাখিছে। পাৰাপাৰ হ'বলৈ। গাঁৱৰ ইফালে সিফালে গ'লে সেইখনেৰেই পাৰ হোৱা লোকে তাতে উঠি সি ঘাটত নাও ৰাখি ঘৰমুৱা হয়। সিহঁত দুয়ো গৈ ভৰ দুপৰীয়া সেইখিনি পালেগৈ। নাওখন সিপাৰে আছে। ইপাৰতে বহি দুয়ো অপেক্ষা কৰিলে। কিন্তু নাই, কাৰো দেখা দেখি নাই। তেতিয়া ল'ৰাই কাপোৰ সলাই গামোচা পিন্ধি ল'লে। নাওখন আনিবৰ বাবে পানীত নামিল। অলপ গৈছে মাথোন—কি হ'ল আৰু নাজানো—ল'ৰাজন তল গ'ল। মইনামতীয়ে তেওঁ ডুব মাৰিছে বুলি ভাবি বৈ আছে. পিছে নাই, তেওঁ আৰু নোলায়। তেতিয়াহে তাইৰ হুচ আহিল। তাই চিঞৰিবলৈ ধৰিলে। তাইৰ চিঞৰ শুনি দূৰত গৰু চৰাই থকা দুই এজন গৰখীয়া আহি ওচৰ চাপিল। কথাটো শুনি গাঁৱত লৰা-লৰিকৈ খবৰ দিলে। হুৱাদুৱা লাগি পৰিল। ৰাইজে ডুবিয়াই ডুবিয়াই লাচটো তুলিলে কিন্তু বহু যত্ন কৰিও বচাব নোৱাৰিলে।

"নামতী খুৰী চুবুৰীৰ দুজন ল'ৰা লৈ গৈছিল। পিছে উভতি আহি মাকৰ মাত-কথা হেঁৰিল। নামলৈ আৰু নাহে ভুল বকে। প্ৰায় পাগলীৰ দৰেই হৈছে। বুজিছ কালে কালৈ কি সাঁচি ৰাখিছে, কোনে ক'ব অ' বোপাই। চাচোন মইনামতীৰ এনে দশা হ'ব বুলি কোনোবাই কাচিতো ভাবিছিলনে? তাই হেৰাই গ'ল অ' বোপাই।" বুলি কণ পেহীয়ে এটি দীঘল হুমুনিয়াহ কাঢ়িলে।

মইনামতীৰ কাহিনী শুনি মন গধুৰ হৈ পৰিল। কণ পেহীৰ পৰা বিদায় লৈ ঘৰ সোমালোহি।

ঘৰত তিনিদিন কটালো। কিন্তু সকলো সময়তে মইনামতীৰ কথাই মোক জুকলা কৰে। নামতী খুৰীৰ ওচৰলৈ যাবৰ সাহস নহ'ল। তিনি দিনৰ দিনা গধূলি বেদনাভৰা বুকুখন লৈ গুৱাহাটীলৈ ৰাওনা হলো।

সময় মন বেদনাৰ মহৌষধ। ই বেদনাক্লিষ্ট লোকৰ প্ৰতি নিচুকনি

গীত। ক'ব নোৱাৰাকৈয়ে সময়ে মানুহৰ বেদনা পাতলায়। লাহে লাহে মইনামতীৰ দুখৰ কথাই মন গধুৰ নকৰা হ'ল। কলেজৰ শেষ পৰীক্ষা দিলো। উত্তীৰ্ণও হ'লো। তদুপৰি খেলা-ধূলা, অভিনয়ত লাগিলো। কামৰূপ নাট্য সমিতি, অভিনয় সংঘ, সন্ধিয়া সন্মিলনী, ৰঙালি বিহু উৎসৱ আদিত মজিলো। লগতে চাকৰি বিচাৰি আবেদন-নিবেদন কৰিলো। কিন্তু চৰকাৰী চাকৰিৰ সুযোগ নিমিলিল। অগত্যা বেচৰকাৰী স্কুলৰ শিক্ষক হ'লো। কমলদেৱ সাহায্যপ্ৰাপ্ত স্কুলত। উত্তৰ গুৱাহাটীত। প্ৰথম দিনা ইগ্ৰেট ( E  t ) জাহাজেৰে পাৰ হ'লো। লগত সেই স্কুলৰে শিক্ষক বিনোদলাল বৰুৱা। জাহাজ এৰি উত্তৰমুৱা হওঁতে এবাৰ মইনামতীৰ কথা মনত পৰিছিল। মইনামতীয়ে কৈছিল, "আপুনি কলেজ পাছ কৰি মুন্সিফ হ'ব।" মুন্সিফ নহৈ শিক্ষক হ'লো। বেতন মাহে কুৰি পাঁচ টকা। কণ পেহীৰ কথাও নৰজিল। মইনামতী ৰাজৰাণী হৈ নাথাকিল। বিধবা হ'ল। কোঁটা মাৰা বাপুৰ গণনাও ভুল হ'ল। পাশযোৰা নহ'ল—যোৰা ভাগিল। তাৰ পিছত বহুতো ঘটনা। বিশ্বযুদ্ধ। দ্বিতীয় বিশ্বযুদ্ধ। ভাৰত ত্যাগ আন্দোলন। চাকৰি এৰি যুদ্ধৰ সৈনিক হ'লো। বিশ্বযুদ্ধৰ নহয়—স্বাধীনতা সংগ্ৰামৰ। সৈনিক নাম নহ'ল—নাম হ'ল ভলন্টিয়াৰ। তাৰ পিছত অজ্ঞাতবাস—আৰু কত কি? দেশ স্বাধীন হ'ল। সক্ৰিয় ৰাজনীতিত গা এৰি দিলো। বিয়া কৰাই সংসাৰী হ'লো। এনেদৰে প্ৰায় কুৰি বছৰ পাৰ হ'ল। চকুৰ আঁতৰ হৈ মইনামতী মনৰ পৰাও আঁতৰ হ'ল। মইনামতীৰ কথা সমূলি পাহৰি গ'লো।

১৯৭৮ চন। ৰাইজৰ অনুগ্ৰহত মন্ত্ৰী হলো। আৰু শিক্ষা সাংস্কৃতিক দপ্তৰৰ ভাৰ পাইছো। সেই সময়ৰ কথা। এটি অভাৱনীয় ঘটনা ঘটিল। এদিন পুৱা ঘৰৰ বহা-কোঠালিত বহি আছো। চিনা-অচিনা লোকেৰে কোঠালি ঠাহ খোৱা। সকলোৱে সমস্যা লৈ ওচৰ চাপিছে। নিজৰ, ৰাইজৰ সমস্যা লৈ আবেদন আগবঢ়াই মোৰ মন্তব্যলৈ বাট চাই আছে। সমুখত জাপ-জাপ আবেদন-পত্ৰ। সেইবোৰত চকু

দিছো। এনেতে এগৰাকী মহিলা সোমাই আহিল। পৰিধানত বৈধব্যৰ সাজ। নিকা নিৰ্ভাজ বগা পাটৰ সাজ-পাৰ। ওচৰতে থিয় হৈ আবেদন এখন আগত ৰাখি মাতিলে, "ককাইদেউ।" ককাইদেউ! আচৰিত হ'লো। এতিয়াতো মই ককাইদেউ, দদাইদেউ সম্বোধনৰ গৰাকী নহওঁ! মই চাই দেখো, এগৰাকী অচিনাকি মহিলাই মোক এনেদৰে ঠাহ খোৱা লোকৰ আগত ককাইদেউ বুলি মাতিছে। মই অতীষ্ঠ হৈ মুখ তুলি চালো। কিন্তু কোন সঠিক ধৰিব নোৱাৰিলো। ক্ষীণ হাঁহি এটা মাৰি ক'লে, "মই মইনামতী, ককাইদেউ।" 'মইনামতী?' মই থৰ হৈ ৰ'লো। মইনামতী? এইয়া সেই মইনামতী! সে মইনামতীৰ জঁকা? মুখৰ সেই সৌন্দৰ্য্য ক'ত? চকুৰ বিজুলী-সঞ্চাৰ ক'ত হেৰাল! একেথৰে মুখলৈ চাই ৰ'লো। মোৰ মনে বহা-কোঠাৰ বেৰ ফালি মোৰ গাঁৱৰ সেই চুবুৰীলৈ ঢাপলি মেলিছে। মা, মাকণ, কণপেহী, মাকৌ, মাখনী, মহামায়া, মইনামতী সকলোৱে জাক পাতি বহি আমাৰ ভিতৰচোতালত ৰঙৰ পোহাৰ মেলিলে। সেই হাঁহি সেই খিকিন্দালি। কিন্তু মুহূৰ্ততে সম্বিত ঘূৰি আহিল। কিয় মায়েতো তাহানিতে দেহা এৰিলে, কণপেহী ঢুকাল। আনবোৰৰ কথা এৰিলোৱেই। মোৰ সৰু ভনী মইনামতীৰ সহচৰী মাকণতো আজি নাই। কঠিন যক্ষ্মাৰোগত ভুগি সুদূৰ কৰচিয়াঙত কেতিয়াবাই দেখোন মৃত্যু-বৰণ কৰিলে। উভতি চাই সেই সকলৰ কাকো আজি দেখা নাপাওঁ। চকুৰ আগতে থকা এইবোৰ আপোনজন এটি এটিকৈ চকুৰ আগত হেৰাই গ'ল। কিন্তু যি জন হেৰাই গৈছিল—গাঁৱৰ পৰাও আৰু মনৰ পৰাও, সেই মইনামতী আজি সশৰীৰে আহি মোৰ সন্মুখত থিয় হৈ আছে। সকলো অলৌকিক অবাস্তৱ যেন লাগিছে। কোঠাটো লোকেৰে ঠাহ খোৱা। অনুভূতি প্ৰৱণতাত অস্থিৰ হৈছো বুলি আনে ভাবে বুলি বহু কষ্ট কৰি ক্ষান্ত হ'লো। মইনামতীক 'ভিতৰলৈ আহা' বুলি মাতি মোৰ পৰিবাৰৰ কাষলৈ লৈ গ'লো। মইনামতীয়ে পিছে পিছে আহি ক'লে, "ককাইদেউ! এইখিনি কৰি দিয়ক। নহ'লে মোৰ আৰু উপায় নাই।"

পৰিবাৰৰ শকত নৰিয়া। বিছনা-পাটিতে পৰি থাকে। তেওঁৰ ওচৰলৈকে মইনামতীক লৈ গ'লো। থুলমূলকৈ মইনামতীৰ পৰিচয় দিলো। মই অফিচৰ পৰা উভতি নাহো মানে এওঁ ইয়াতেই থাকিব বুলি কৈ মই দিছপুৰলৈ ৰাওনা হ'লো।

গাড়ী দ্রুতবেগে দিছপুৰ মুখে চলিছে। মোৰ মনত তোলপাৰ লাগিছে। তাহানিৰ কথাবোৰ বোলছবিৰ ৰূপালী পৰ্দাৰে ফ্লেচবেকত ওলোৱাৰ দৰে এটা এটাকৈ ভাহি উঠিছে। মইনামতীয়ে কৈছিল, "বি এ পাচ কৰি আপুনি মুন্সিফ হব। তেতিয়া কিন্তু আমাক নাপাহৰিব।"

আবেদনখনত মন দিলো। দীঘলীয়া আবেদন। বদলিৰ আদেশ বাতিল কৰিব লাগে। নতুন মন্ত্ৰী হৈছো। কামৰ উৱাদিহ নেপাওঁ। বিধি, উপবিধি, ম্যানুৱেলৰ উপৰিও বিষয়াৰ আওপকীয়া মন্তব্য সহজে ধৰিব বা বুজিব নোৱাৰি। মোৰ আগত আজি এক কঠিন পৰীক্ষা। মইনামতীৰ এই আবেদন মঞ্জুৰ কৰিব পাৰিম নে নোৱাৰিম?

অফিচৰ কোঠাত সোমায়েই মোৰ ব্যক্তিগত সচিব ৰামচৰণ তালুকদাৰক মাতিলো। আবেদনখন তেওঁৰ হাতত দি ক'লো, "এইখনৰ এটা সুব্যৱস্থা কৰিব লাগে।" তালুকদাৰ ডেকা হ'লেও কামত পটু। অভিজ্ঞতাও আছে। সদায় সৎ পৰামৰ্শকে দিয়া দেখিছো। সেয়ে তেওঁকেই দায়িত্ব দিলো। আবেদনখন পঢ়ি চাই ক'লে, "হব ছাৰ। এই আদেশ উচিত হোৱা নাই, বাতিল কৰিব পৰা হব।" এই বুলি তেওঁ নিজৰ কোঠাত সোমাল। মই তালুকদাৰৰ কথা শুনি আশ্বস্ত হ'লো। দুই-এখন কাগজ চাইছো মাথোন। প্ৰাথমিক শিক্ষাধিকাৰ আৰু উপ-পৰিদৰ্শকৰ সতে তালুকদাৰ মোৰ কোঠালৈ সোমাই আহিল। তালুকদাৰেই জনালে, "ছাৰ বদলিৰ আদেশ বাতিল কৰা হৈছে।" মই বদলিৰ কাৰণ সুধিলো। উপ-পৰিদৰ্শকে ফাইলৰ পৰা এখন কাকত উলিয়াই ক'লে, "ছাৰ! এখন ৰাইজৰ আপত্তিৰ দৰ্খাস্ত আছিল। শিক্ষয়িত্ৰীগৰাকী বুঢ়ী হৈছে, কাণেৰে একোকে শুনে। সেয়ে প্ৰশ্ন সুধিলে ল'ৰা-ছোৱালীয়ে সঠিক উত্তৰ দিয়েনে নাই একো ধৰিব নোৱাৰে।

সেয়ে বাইজৰ আবেদন মৰ্মে তেওঁক উত্তৰপাৰৰ পৰা দক্ষিণপাৰলৈ বদলি কৰা হৈছিল।" মোৰ মুখৰ পৰা ওলাল, "মানুহ গৰাকীয়ে উত্তৰ পাৰৰ পৰা আহি দক্ষিণপাৰত উঠিলে শ্ৰৱণ-শক্তি ঘূৰাই পাব জানো?" মোৰ কথাত তিনিওজনেই হাঁহিলে। ৰাজহুৱা আপত্তিৰ কাকতখন পঢ়ি তালুকদাৰে ক'লে, "ছাৰ, এইখন জাল আবেদন। এজনেই সকলো-ৰোৰ চহী দিছে।" মই হাঁহি ক'লো, "তালুকদাৰ পুলিচ বিভাগৰ মানুহ হ'লে বহুখিনি উন্নতি কৰিব পাৰিলেহেঁতেন।" তালুকদাৰে পুনৰ দোহাৰিলে, "তদুপৰি ছাৰ, শিক্ষয়িত্ৰী গৰাকীৰ কামৰ ম্যাদ আৰু পাঁচ মাহমানহে আছে। এতেকে ডাক্তৰী পৰীক্ষা কৰাই তেওঁৰ প্ৰকৃতে তথ্য সংগ্ৰহ কৰালৈকো সময় নাই। সেয়ে বদলিৰ আদেশ বাতিল কৰাটো উচিত হৈছে ছাৰ।"

মই বদলিৰ আদেশ বাতিল কৰাৰ কাগজখন মোৰ হাতত দিবলৈ ক'লো। প্ৰায় এঘণ্টাৰ ভিতৰতে কাগজখন মোব হাতত পৰিলহি। কাগজখন লৈ মই ঘৰমুৱা হ'লো।

উভতি ঘৰ পাওঁতে প্ৰায় ডেৰ বাজিল। ঘৰ সোমাই দেখো মইনামতী আশা-নিৰাশাৰ দোমোজাত তুলি উচপিচাই আছে। দুই বজাত বাছৰ সময়। তাত যাব নোৱাৰিলে পাঁচ বজাৰ বাছলৈ ৰ'ব-লগীয়া হব। এতেকে সেইখন বাছ ধৰিব নোৱাৰিলে ঘৰ পাওতে বহু-খিনি ৰাতি হব। বাচ ৰখা ঠাইৰ পৰা গাঁৱলৈ বহুখিনি দূৰ। তিনি মাইলমান বাটকুৰি বাই যাব লাগে। সেয়ে এই উচপিচনি। মই ঘৰ সোমাযেই মইনামতীৰ ওচৰ চাপিলো। পৰিবাৰৰ বিচনাৰ কাষতে মইনামতী থিয় হৈ আছিল। মোক দেখিযেই আশাৰে মোৰ মুখৰ ফালে চালে।ময়ো পলম নকৰি ক'লো, "লোৱা। তোমাৰ আবেদন বিভাগীয় ভিত্তিয়াই মঞ্জুৰ কৰিছে।" এই বুলি আবেদনৰ কাকতখন মইনামতীৰ হাতত দিলো। মইনামতীয়ে কাগজখন লৈ মোৰ ফালে মূৰ তুলি চালে। একো কব নোৱাৰিলে। কৃতজ্ঞতাত চকুলো টুকিলে। তত্তাতৈয়াকৈ যাবলৈ ওলাল। মোক আৰু মোৰ পৰিবাৰক ভৰি চুই সেৱা জনালে।

থুমুক-থানাক মাতেৰে কলে, "বৰ উপকাৰ কৰিলে ককাইদেউ, সমাজত মোৰ সম্মান বাঢ়িলে। মই সকলোকে কৈছিলো ককাইদেউক লগ পালে মই এই হুকুম বাতিল কৰিব পাৰিম। ককাইদেউ, এবাৰ আমাৰ স্কুলখন চাবলৈ নাহে কিয় ?" আৰু কব নোৱাৰিলে। চকুৱেদি ধাৰাসাৰে চকুপানী ববলৈ ধৰিলে। পৰিবাৰে নিচুকালে, "তোমাৰ কাম হ'ল, তুমি কান্দিছা কেলেই। অবসৰ লোৱাৰ পিচত যে দুদিনমান থকাকৈ আহিম বুলিছিলা আহিবা।"

মইনামতী যাবলৈ ওলাল। মই গা-ৰখীয়া মোহনক মইনামতীক মাছখোৱাৰ বাছ ষ্টেশুত থৈ আহিবলৈ ক'লো। মইনামতী গাড়ীত উঠিল। গাড়ীচালক নিভাৰ্ষাই গাড়ী এৰি দিলে।

মইনামতীক বিদায় দি মই ভিতৰ সোমালো। দেখো পৰিবাৰে পাটিত পৰি চকুলো টুকি আছে। "এইখিনি সময়ৰ ভিতৰতে মানুহজনীক বৰ আপোন আপোন লাগিল। মোৰ গা-মূৰ পিহি দি ক'লে, ওচৰতে থকা হ'লে সদায় আহি আপোনাক এনেদৰে সেৱা কৰিব পাৰিলোহেঁতেন। চুলিকোছাত জট বান্ধিছিল। আলফুলকৈ ফণিয়াই জট বান্ধি চুলিকোছা আঁচুৰি দিলে। বৰ সাদৰীদেই মানুহজনী। কিন্তু মানুহজনীৰ জীৱন বৰ করুণ। কথাবোৰ শুনি মোৰ চকুপানী ওলাল। এতিয়াও তাকে ভাবিয়েই চকুপানী ৰাখিব পৰা নাই। ঈশ্বৰৰ যে কি ইচ্ছা একোকে বুজিব নোৱাৰি।"

"তোমাক জীৱন-কাহিনী ক'লে নেকি ?"

"সকলো ক'লে। বিয়াৰ দহদিনৰ দিনাই চকুৰ আগতে জীয়া মানুহটো নোহোৱা হ'ল। এই দহোদিনে বুকুৰ মাজত আঁকোৱালি ধৰি থকা মানুহজন মোৰ হাতৰ পৰা এৰা দি চকুৰ আগতে পানীত ডুবি মৰিল" বুলি মানুহজনীয়ে যিদৰে কান্দিলে মই থিৰেৰে থাকিব নোৱাৰিলো। মোৰো চকুপানী ওলাল।"

"সেই খিনিলৈকে ময়ো জানো। গিৰিয়েক মৰাৰ পিছত কেনেকৈ জীৱন কটালে, কেনেকৈ শিক্ষয়িত্ৰী হ'ল সেইবোৰ কলৈ জানো ?"

"ক'লে। সকলোবোৰ ক'লে।" মোৰ কৌতুহল বাঢ়িল। মইনামতীৰ জীৱন-কাহিনীৰ বাকীছোৱা শুনিবলৈ বুলি মই পৰিবাৰৰ বিছনাতে বহি পৰিলো। পৰিবাৰে মইনামতীৰ মুখত শুনা কাহিনী যিদৰে শুনিছিল তেনেদৰে কৈ গ'ল।

"নবৌ। ৰাইজে তেওঁক ঘৰৰ বাহিৰ কৰি লৈ গ'ল। মোকো ওচৰৰ জীয়ৰী-বোৱাৰীহঁতে ধৰি নি ভিতৰ সুমুৱালেগৈ।" কিন্তু কোঠালিত জানো মই শান্তিত থাকিব পাৰো। ওৰে নিশা উজাগৰে থাকো। চকুৰ পানীৰে শেতেলী তিয়াওঁ। এনেদৰে এবছৰ কাল কটালো। ব্ৰত পালিলো। শাহু আই বৰ মৰমিয়াল। মোক দেখিলেই চকুপানী টোকে। হয়তো পুতেকলৈকো মনত পৰে। আই বুঢ়া হৈছে। আইক অলপ ৰেহাই দিয়াৰ কথা ভাবিয়েই বিয়াখন পাতিছিল। কিন্তু আইৰ আৰু জিৰণি নহ'ল—পোৰণিহে হ'ল। মোৰ ব্ৰত। আয়ে আমাকো এৰিব নোৱাৰা হ'ল। আই বুঢ়া হৈছে। কঁকালৰ বিষ আৰু মূৰ-ঘূৰণি লাগিয়েই আছে। অসুখীয়া গাৰেই ৰন্ধা-বঢ়া কৰি আমাক দুবেলা দুমুঠি সিজাই দিয়ে। আমাৰ পৰিয়ালৰ মানুহ তিনিজন। আই, মই আৰু দেওৰ মাজু। এনেদৰে এবছৰ পাৰ হ'ল। তেতিয়া মই জুহালৰ ভাৰ ল'লো। আয়ে সোনকালে খাই অলপ জিৰণি লয়। মাজু বোপাই চাহ-জলপান খাই দোকানলৈ যায়। আহোঁতে দুপৰীয়া দুইমান বাজে। তেতিয়া আহি ভাত খায়। তাৰ পিছত মই খাই আখল সামৰো। আইক ভাত-পানী দি মই গা ধোওঁ। বাৰীত এটা পুৰণি সৰু পুখুৰী আছে। পাৰত কাপোৰ ধুবলৈ এচটা ডাঙৰ শিলো আছে। বিয়াৰ সময়তে বাৰীৰ কল-চৌচনিৰে এটি তিয়নী সলোৱা বেৰো সজাইছিল। আইৰ, মোৰ আৰু মাজুৰ কাপোৰ ধুই গা তিয়াওঁ। সেই বেৰৰ ভিতৰতে কাপোৰ সলাওঁ। এবছৰবো ওপৰ হ'ল। বেৰৰ কল-চৌচনিবোৰ শুকাই জহি-খহি গৈছে। তথাপি তাতেই কাপোৰ সলাওঁ।

"এদিন নবৌ বৰ আপচু ঘটনা এটা ঘটিল। কবলৈকে লাজ

লাগে। তথাপি কৈছো। আপোনাক নকৈনো কাক কম। নিজৰ বুলিবলৈ এতিয়া আপোনাকে পাইছো। বাৰীৰ পিছফালে আটিয়াত বাঁহনি। বাঁহেৰে ঠাহ খোৱা। ভলুকা, জাতি, বিজুলী সকলো বাঁহেই আছে। বাৰীৰ সিপাৰে পথাৰ। নিজৰো পৰৰো। বাৰীখন গছ-গছনিৰেই ভৰপূৰ। ফলমূলৰ গছ—তামোল, নাৰিকল, লেতেকু, পনিয়ল সকলো আছে। কাঁড় মাৰিলে কাঁড় নসৰকা। বৰ আবুৰ। পিছে কিছুদিনৰ পৰা গাঁৱৰ এজন পিলিঙা ডেকাই বাঁহৰ ফাঁকেদি মোৰ গা ধোৱা সময়ত আহি ইচাৰা কৰে। বেয়া অঙ্গি-ভঙ্গি দেখুৱায়। মই দূৰৈৰ পৰাই ফলা খৰি দাঙি চকু পকাই ধৰো। সি আঁতৰে কিন্তু পিছদিনা আকৌ আহে। এইদৰে সদায় মোক আমনি কৰে। ল'ৰাজন পিছত চিনি পালো। গাঁৱৰে। দুধকোঁৱৰ। আচল নাম কি নাজানো। তাক গাঁৱৰ সকলোৱেই দুধকোঁৱৰ বুলি মাতে। মতাৰ কাৰণো আছো। ঘৰৰ অৱস্থা ভাল। ম'হৰ খুটি আছে। বাপেক গাখীৰৰ মহাজন। গাঁৱৰ দুখীয়া-নিছলা লোকৰ মাটি বন্ধক ৰাখি মাটিও হেনো ভালেখিনি কৰিছে। মানুহ লগাই খেতিও কৰে। খুঁটিৰ আমদানিও যথেষ্ট। বাপেকে নিজে তদাৰক কৰে। তাতেই তেওঁ বেছিভাগ থাকে। ঘৰত নিজৰ বুলিবলৈ মাক আৰু সি। সি হেনো গাখীৰ-মাখন খায়েই ডাঙৰ হ'ল। ভাতো হেনো গাখীৰেৰেই খায়। সেয়ে মানুহে তাক দুধকোঁৱৰ বুলি মাতোঁতে মাতোঁতে সেই নামেৰে সূচল হল। আচল নাম লুপ্ত হ'ল। ডেকা ল'ৰা, কাম-বন একো নকৰে। দিনটো বেয়া কথাত ঘূৰি ফুৰে। আৰু ছোৱালীক জোকাব, তাৰ বোৱাৰীয়েকক চকু টিপিয়াব। এইবাৰ সি এতিয়া আহি মোৰ পিছত লাগিল। প্ৰায় সদায় আহি এইবোৰ ভেঙুচালি কৰে। এদিন কি হ'ল জানে নবৌ। মই যোৱাৰ আগতেই সি মনে মনে সেই তিয়নী সলোৱা বেৰৰ ভিতৰত লুকাই আছে। আগৰ দৰেই মই কাপোৰ ধুই-মেলি গা তিয়াই কাপোৰ সলাবলৈ বুলি বেৰৰ ভিতৰ সোমাইছো মাথোন সি মোক দুহাতেৰে পৰা মাৰি ধৰিলে। মই চিঞৰ-বাখৰ লগালো। নাই কাকো

ক'তো সঁহাৰি নাই। ক'ৰ পৰা ইমান শকতি পালো নাজানো নবৌ, তাক হেঁচা মাৰি পেলাই দিলো। সি দূৰত ছিটিকি পৰাত মই লৰ দিলো। তিতা তিয়নীৰে ভালকৈ লৰিব নোৱাৰিলো। মেখেলাত জেঁাটা-পুটি লাগি পৰি গ'লো। সি লৰি আহি কোব খোৱা বাঘটোৰ দৰে মোৰ ওপৰত পৰিলহি। এইবাৰ নবৌ কামুৰি তাৰ হাতৰ এবলকা একৰাই দিলো। সি হাত এৰা দিলে। চিঞৰি-বাগৰি মই আহি ঘৰৰ পিৰালিত ধাচ কৰে পৰিলোহি।

"তেতিয়া ঘৰত আইৰ বাহিৰে কোনো নাছিল। চিঞৰ শুনি আই ওলাই আহিল। মোৰ অৱস্থা দেখি আয়ে বিচুৰ্তি খালে। মই লাজে-অপমানে মৰি যোৱাৰ দৰে হৈ আইৰ আগত কথাখিনি ক'লো। আয়ে মনে মনে গৰজি উঠিল। মোক সান্ত্বনা দি ধৈৰ্য ধৰিবলৈ ক'লে। মই লাজত, ক্ষোভত, অপমানত একো নাই হৈ বিছনাত পৰিলোগৈ। মাজু আহি পালে। কিন্তু মই গমকে নাপালো। ভাত বঢ়াই আছিল। আয়ে নিজে ভাতখিনি দিলে। ঘটনাটোৰ কথাও ক'লে। মাজু বোপা বৰ সৰল। হাই কাজিয়া কৰাৰ কথা এৰিছোৱেই, কাকো টানকৈ এষাৰ কথা নোকোৱা ল'ৰা। বৰ সহনশীল। কথাটো শুনি তেওঁ জ্বলি পকি উঠিল। পোনে পোনেই মহাজনৰ ঘৰলৈ গ'ল। বাপেক ঘৰত নাছিল—খুঁটিত। মাকৰ আগতে ভাল বকনি দি সকীয়াই আহিল। আৰু কেতিয়াবা এনে কাম কৰিলে ঘৈয়াই ডুছোৱা কৰিব বুলিও গৰজি আহিল।

"সিদিনাৰ পৰা শনিয়ে মোৰ পিছ ললে নবৌ। মহাজনৰ ঘৈণীয়েক মুখৰা আৰু কপটীয়া। কাৰো ভাল দেখিব নোৱাৰে। মিছা কথাৰ ভঁৰাল। লোকৰ ঘৰ ভঙা তিৰোতা। গাওঁ বাইজে ভয় কৰি চলে। বহুতো মহাজনৰ ধৰুৱা। মুখ তুলি কোনেও একো নকয়। সাজি কোৱা কথাও সঁচা বুলি ধৰে। পুতেকৰ দোষ ঢাকিবলৈ গৈ মোৰ গাতেই দোষ জাপিলে। ক'লে, "তাই কিবা ইঙ্গিত নিদিলে সি যাবনে? তাই থাকিব গিৰিয়েকৰ মূৰ খালে: বান্দীয়ে মোৰ ল'ৰাটোৰ

মণ্ডহ এবলকা কামুৰি খালে। চাবি, তাই ঘৰখনৰ সকলোৰে মূৰ খালে। গাঁওখনো সুদাই নেৰে।”

“এনেবোৰ কথা প্ৰচাৰ কৰি আমাৰ ঘৰখনকেই নিঠৰুৱা কৰা যেন কৰিলে। মোৰতো সাতপুৰুষ উদ্ধাৰ কৰিলে নবৌ। মোক ক’তো যাব নোৱাৰা কৰিলে। আনকি বিয়া-সবাহৰ নিমন্ত্ৰণতো। আগতেই সকীয়াই, ‘সেইজনী আহিলে কিন্তু আমি তহঁতৰ ঘৰত বিয়া খাবলৈ নাযাওঁ। তহঁতৰ বিয়া খাই নিজৰ সৰ্বনাশ কৰিব নোৱাৰো নহয়।’ সেয়ে নবৌ বিয়া-সবাহ, উৎসৱ-পাৰ্বণ ক’লৈকো মই যাব নোৱাৰা হ’লো। আমাৰ ঘৰলৈ মানুহৰ আহ-যাহ পাতলিল। আইৰ ওচৰলৈ দুই-এগৰাকী গাঁৱৰ বুঢ়ী আহে। তেওঁলোকে আহি এইবোৰ কথা আইৰ আগত কয়। মোৰো কাণত পৰে। মই গাঁৱৰ শাকিনী হ’লো, ডাইনী হ’লো।

“কাকো পৰে তালো সৰে, নবৌ। এনেতে আৰু এটা দুৰ্ঘটনা ঘটিল। এদিন দুপৰীয়া ভাত-পানী বান্ধি আইক ভাত বাঢ়ি দিছো। আয়ে দুগৰাহমান খাই সেই ফালেই ঢলি পৰিল। কি হ’ল কি ন’হল ততকে ধৰিব নোৱাৰিলো। চিঞৰ-বাখৰ লগোৱাত দুই-চাৰি গৰাকী মুনিহ-তিৰোতা আহিল। আইক দাঙি নি পাটিত তুলিলেগৈ। মাজু বোপাক মতাই আনিলো। কিন্তু মাজু বোপা আহি পোৱাৰ আগতেই আই ঢুকাল।

“কথাটো সিমানতে শেষ ন’হল। গাঁৱত কথাটো নানা ধৰণে প্ৰচাৰ হ’ল। প্ৰচাৰৰ ঘাই হ’ল সেই মহাজনৰ ঘৈণীয়েক। ক’লে, তাই শাহুৱেকক কিবা খুৱালে; এনেদৰে নহলে জীৱ যাব পাৰেনে? তাতোকৈ নীচ কথা উলিয়ালে মই বোলে মাজুৰ লগত সংসাৰ কৰিবৰ কাৰণেই আইক এনেদৰে এফলীয়া কৰিলো। কথাটো মোৰ কাণত পৰাৰ আগতেই গাঁওখনৰ সকলোতে প্ৰচাৰ হ’ল। কথাটো মাজু বোপাৰ কাণটো পৰিল।

“এদিন মাজু বোপাই ক’লেহি, ‘নবৌ, মই বিয়া কৰাবলৈ ঠিক

কৰিছো। তোমাৰ অনুমতি লাগে।' মই বৰ সুখ পালো। মাজু বোপাই দক্ষিণপাৰৰ পৰা এগৰাকী ছোৱালী বিয়া কৰাই আনিলে। বৰ সবল, বৰ মৰম লগা ছোৱালী। নাম কমলা। কমলা যে কমলাই নবৌ। মোৰ দুখত চকুপানী টোকে। এনেদৰে ঘৰখন আকৌ ৰঙৰ হৈ পৰিল। ন মাহমান পিছৰ কথা। এদিন দুপৰীয়া ভাত-পানী খোৱা শেষ হৈছে। মাজু অহা নাই। মোৰ কোঠাত বহি দুয়ো ইটো-সিটো কথা পাতি আছো। এনেতে মাজু বোপা আহিল। মাজু বোপা অহাৰ গম পাই কমলা লৰালৰিকৈ উঠি তাইৰ কোঠালৈ গ'ল। কিন্তু কি হ'ল নাজানো দুৱাৰ-ডলিতে মূৰ্ছা গ'ল। তেল-পানী দিয়াতহে ভাল হ'ল। তেতিয়া কমলাৰ গাত লেঠা, তাতে দুপৰলৈকে নোখোৱাকৈ আছে, হয়তো সেই কাৰণেই মূৰ ঘূৰালে। কথা বোলোতেই বতাহ, নবৌ। কথাটো ওলাল। শনিয়ে তাতো ছিদ্ৰ পালে। মহাজনৰ ঘৈণীয়েকৰ মুখ মেল খালে, 'নকৈছিলো, তাই ঘৰখন শেষ কৰিব। তাই আছুদিও জানে। এতিয়া জাকক শেষ কৰি তাই মাজুৰ পটেশ্বৰী হব।' কথাটো হয়তো মাজু বোপাৰ কাণতো পৰিল। মাজু বোপাৰ ঘৰে-বাহিৰে শান্তি নোহোৱা কৰিলে। এদিন বজ্ৰপাত পৰিল নবৌ। মোৰ মূৰত। বিনা মেঘে। মাজু বোপাই দোকানৰ পৰা আহি মোক মাতি ক'লে, 'নবৌ আজিৰ পৰা তুমি আৰু আমাৰ জুহালত সোমাব নালাগে। কমলায়ে ৰান্ধিব। তুমি বেলেগে পাগ জুৰিবা। তোমাৰ ঘৰৰ কাষতে মই এখন চালি সজাই দিয়াম। এতিয়া কোঠাতে ৰান্ধি-বাঢ়ি খাবা।' মাজু বোপাই আৰু বেছি কব নোৱাৰিলে। মাতত ঠোকাঠুকি লাগিল। সাউতকাৰে ভিতৰ সোমাল। পাটিত পৰি হুকহুকাই কন্দা শুনিলো। মই কিন্তু কান্দিব নোৱাৰিলো নবৌ। কান্দি কান্দি মোৰ চকুৰ পানী শুকাই গৈছে। বুকুখন ভাগি যোৱা যেন লাগিল। মৰণ নিমিলিল। তথাপি জীয়াই থাকিলো নবৌ। এনেদৰে প্ৰায় দুই-তিনি বছৰ পাৰ হ'ল। কেতিয়াবা ৰান্ধো। বেছিভাগ লঙ্ঘোণেই থাকো। ৰাতি নিশা টোপনি নাহে। ঈশ্বৰক কাকুতি

কৰো, 'মোক মাৰি নিয়া প্ৰভু ” হয়তো মোৰ এই প্ৰাৰ্থনা ভগবানে শুনিলে ' মোৰ জীৱনত যে ওভতনি পৰিল। তেতিয়া দেশ স্বাধীন হোৱাৰ কেইবাবছৰো হ'ল। এইবাৰ আমাৰ ওচৰৰ গাঁৱলৈ মন্ত্ৰী আহিব। মুখ্যমন্ত্ৰী। বিষ্ণুৰাম মেধি। সভাথলিলৈ আমাৰ গাঁৱৰ পৰা ছয়-সাত মাইলমান দূৰ হ'ব। তথাপি মন্ত্ৰী চাবলৈ, গাঁৱৰ ডেকা-বুঢ়া কেইজনমান গ'ল। সভাত কি কথা উঠিছিল নাজানো। এই সভা চাই গাঁৱত দুই-এজনৰ হুচ আহিল। এখন স্কুল পাতিব। প্ৰাথমিক স্কুল। কাৰণ গাঁৱত তেনে সুবিধা নাই, লৰা পঢ়ুৱাবলৈ হ'লেও তিনি-চাৰি মাইল দূৰৰ স্কুললৈ পঠাব লাগে। আমাৰ মাজুও তাতে লগ হ'ল। ইফালে সকলো ভাল কামতে থোৰতে ধৰা দিয়া মহাজনৰ পৰিয়ালো প্ৰায় উছন হ'ল। মহাজনক খুঁটিতে নিজৰ পোহনীয়া ম'হেই খুচি মাৰিলে। মহাজনৰ পৰিবাৰো প্ৰায় এবছৰমানৰ আগতে তেজ বমি কৰি মৰিল, পুতেকৰো খবৰ নাই। দিহিঙে-দিপাঙে ঘূৰি ক'ৰবাত হেৰাল। সা-সম্পত্তি সকলো নষ্ট হ'ল।

“ৰাইজে ৰাজহুৱা মাটি এডৰা চাই এটা ঘৰ সাজিলে। দুই এপদ বস্তু-বাহানিও গোটালে। পিছে শিক্ষকতা কৰিবলৈ লোক নাই। দূৰৈৰ পৰা শিক্ষক এজন আনিবলৈকো ধনৰ অভাব। এদিন মাজুৰে সৈতে চাৰি-পাঁচজন লোক আহি মোৰ ওচৰ চাপিল। মই এম. ভি. পাচ কৰা ছোৱালী বুলি বিয়াৰ আগতেই প্ৰচাৰ হৈছিল। মাজুৱেই মানুহকেইজনৰ আগলৈ মোক মাতি আনি ক'লে, 'নবৌ, তুমি আমাৰ এই নতুন স্কুলৰ শিক্ষয়িত্ৰী হ'ব লাগে। তুমি যে এম. ভি. পাচ কৰিছিলা তাৰ প্ৰমাণ-পত্ৰ লগত আছে জানো ?'

“মই সেইখন আটোমটোকাৰি কৰি ৰাখিছিলো। ঘৰত থকা কালতেই সেইখন এখন ফটোৰে বান্ধি লৈছিলো। ইমান দিনে বাকচত পৰি আছিল। সেইখন আনি মাজু বোপাৰ হাতত দিলেহি। তেওঁ-লোকৰ আনন্দৰ পাৰ নোহোৱা হ'ল। পিছদিনাৰ পৰাই মই সেই নতুন স্কুলৰ শিক্ষয়িত্ৰী হ'লো। ছকুৰিমান ল'ৰা-ছোৱালীয়ে নাম ভৰ্তি

কৰিলে। পোনতে বাপেক বা মাকে নিজৰ ল'ৰা-ছোৱালীক নিজেই স্কুলত আনি থৈ গৈছিল। কিন্তু কেইমাহমান পিছত সেই উৎসাহ নাইকিয়া হ'ল। মোৰ চাকৰিৰ নিৰ্দিষ্ট বেতন নাছিল। ব্যৱস্থা হ'ল — প্ৰত্যেক ল'ৰা-ছোৱালীয়ে দুঅনাকৈ পইচা দিব। সেই ধনৰ পৰাই স্কুলত লগা খৰ-মাটি, চিঁয়াহী আনি যুগুতাই লোৱাৰ পিছত যি ৰাহি হয়· সেইখিনি মোৰ ভাগত। প্ৰথমতে পাঁচ-ছয় টকা উঠিছিল। পিছত ল'ৰাও কমিল আৰু অহাবিলাকৰো বেছি ভাগে সেই মাচুল নিদিয়া হ'ল। মই মোৰ ভাগটো নি মাজুকে দিওঁগৈ। মাজুৱে সেইখিনি স্কুলৰ কামতে লগায়। এনেদৰে পাঁচ-ছয় বছৰ কটালো। স্কুলখন পাই মই নতুন জীৱন পোৱা দি পালো। ঘৰে ঘৰে গৈ ল'ৰা-ছোৱালী গোটাই আনো। সিহঁতক মৰম কৰো, সাধু কওঁ, নাম শিকাওঁ, নাচ-গান অলপো জানো নহয় তাকো শিকাওঁ। বহুতৰে স্কুলত মন বহিল। ল'ৰা-ছোৱালীয়ে ক ক ম ম কৰিব পৰা দেখি মাক-বাপেকবোৰৰো আনন্দ হ'ল। স্কুলখনতে মোৰ জীৱন ঢালি দিলো। ল'ৰা-ছোৱালী-বোৰক মোৰ নিজৰ যেন লাগে। সিহঁতৰ অসুখ হ'লে ঘৰে ঘৰে গৈ সিহঁতৰ খবৰ লওঁ। চাফ-চিকুণকৈ ৰখাৰ দিহা দিওঁ। বাৰীৰ ডালিম-আমলখি আদি নি দিওঁগৈ। সিহঁতেও মোক বৰ আপোন যেন দেখা হ'ল। কেতিয়াবা সাধু শুনিবলৈ জাকপাতি আহে। সিহঁতক খুৱাব লাগে, পঢ়ুৱাব লাগে, কত কি আবদাৰ! ইফালে মোৰ ঘৰৰো হেঙাৰ ভাঙিল। এদিন মাজু বোপাই আহি নিজেই মোৰ ৰন্ধা-বঢ়া কৰা চালি-খন ভাঙি দিলে। মোৰ কাঁহী-বাতি লাম-লাকটি কেৰাহীৰে সৈতে নি আগৰ ৰান্ধনি ঘৰত সুমুৱালেগৈ। মোক ক'লে, 'নবৌ, তুমি মোক ভুল নুবুজিবা। মোৰ দোষ ক্ষমা কৰা।' আৰু বেছি ক'ব নোৱাৰিলে। এতিয়া কাম নাই। ৰন্ধা-বঢ়া কৰো। ভাইৰ এতিয়া দুটি ল'ৰা-ছোৱালী। ছোৱালীজনী ডাঙৰ। সাত বছৰ হৈ গ'ল। দ্বিতীয়টি ল'ৰা—প্ৰায় তিনি বছৰ। ছোৱালীজনী মোৰ লগতেই থাকে। মোৰ লগতে স্কুললৈ আহে।

"স্কুলখন চৰকাৰী হ'ল। চলিহা ডাঙৰীয়াৰ দিনত। তেতিয়া হেগজেৰ ডাঙৰীয়া শিক্ষামন্ত্ৰী। প্ৰতিষ্ঠাপিকা শিক্ষয়িত্ৰীৰূপে মই নিযুক্তি পালো। স্কুলখনতে মন-প্ৰাণ ঢালি দি কাম কৰি আছিলো। এতিয়া হঠাৎ এইখন বদলিৰ হুকুম পাই মই বৰ বিমোৰত পৰিছো। ঘৰ এৰিব পাৰিলেও স্কুলখন এৰা টান। ছাত্ৰ-ছাত্ৰী, অভিভাৱক সকলোৰে দুখ। সিহঁতে কান্দি-কাটি হুলস্থুল লগাইছে। নাৰী, মই এতিয়া আৰু গাঁৱৰ শাকিনী বা ডাইনী নহওঁ। মই সকলোৰে 'বাইদেউ।' আজি ককাইদেৱে যদি এইফেৰা অনুগ্ৰহ কৰে, মই স্কুলখনকে লৈ মৰিব পাৰিম।"

এয়া মইনামতীৰ জবানবন্দী। মোৰ পৰিবাৰৰ আগত উল্লেখ কৰা নিজৰ তুকুৰি বছৰৰ বেদনাৰ ইতিহাস। ইতিহাসৰ পাতৰ দৰেই উত্থান-পতন। জয় পৰাজয়ৰ কাহিনী। সমাজৰ আদালতত এগৰাকী নিপীড়িতা নিৰ্যাতিতা নাৰীৰ স্বীকাৰোক্তি। মোৰ নিজৰ কাৰণে ই হেৰাই যোৱা পাঠৰ পুনৰোদ্ধাৰ।

ইমানপৰে থৰ হৈ মইনামতীৰ কাহিনী শুনিলো। শোৱনি-কোঠা এৰি বহা-কোঠাত বহিলোহি। গধূলি হৈছে। কলিকতাৰ বাতৰি কাকতখন লৈ ওপৰে ওপৰে চকু ফুৰাইছো। প্ৰবীন শৰ্মাই ঘড়ীটো দেখুৱাই কলেহি "সময় হল।" প্ৰবীণ শৰ্মা মোৰ দপ্তৰৰ কৰ্মচাৰী। সঁচা কথা, এখন সাংস্কৃতিক অনুষ্ঠান মুকলি কৰাৰ ভাব আছে। ভিতৰ সোমাই এৰিয়াৰ চাদৰখন গাত পেলাই আহিলো। নিমিষতে ৰবীন্দ্ৰ ভৱন ওলালোহি।

তিনি মাহমানৰ পিছৰ কথা। এখন সভালৈ ওলাইছো, উত্তৰ পাৰে। এখন উচ্চ ইংৰাজী স্কুলৰ বঁটা-বিতৰণী সভা। সভাত বিশিষ্ট অতিথি ৰূপে যোগদান কৰাৰ কথা। দুপৰীয়াৰ সাজ তাতেই যোগাৰ কৰিছে। সেইদৰেই আমন্ত্ৰণ আছে। পুৱা দহমান বজাত ওলালো। লগত গা-ৰখীয়া মোহন কলিতা, ড্ৰাইভাৰ নিভাৰ্ধা দাস আৰু প্ৰবীণ শৰ্মা। শৰাইঘাট দলং পাৰ হৈ গাড়ী পশ্চিম মুৱা হৈ চলিছে। কলিতাই সুধিলে, "চাৰ, বাইদেউৰ স্কুলত সোমাই যাব

নেকি ?"

"কোন বাইদেউ ?"

"মইনামতী বাইদেউ, ছাৰ।"

"গাঁওখন ভালকৈ চিনি নাপাওঁ। বাট-পথো নাজানো। ইফালে ঘাই সভালৈও পলম হয় নেকি ?"

"মই চিনি পাওঁ ছাৰ। ঘাই আলি এৰি কেঁচা আলিৰে চাৰি মাইলমান যাব লাগিব। গাঁৱৰ মাজেদি গৈ আকৌ ঘাই আলিত উঠিব পাৰিম। ৰাস্তা সৰু যদিও ভালেই। এতিয়া খৰালি কালত যেনি তেনি সোমাব পাৰিম"

ড্ৰাইভাৰ নিভাৰ্ষাও জঁাপ মাৰি উঠিল, "হব ছাৰ! চাৰি-পাঁচ মাইল বাট পাৰ হবলৈ বেছি সময় নালাগিব।" সম্মতি জনালো। এতিয়ালৈকে অসমৰ বহুতো প্ৰাথমিক স্কুল চাইছো। সেইখনো পাৰিলে চাই যাওঁ, এই উদ্দেশ্যেৰে।

কিছুসময় ঘাই আলিয়েদি গাড়ী চলিল। কলিতাৰ নিৰ্দেশত নিভাৰ্ষাই গাড়ী ঘূৰালে। ঘাই আলি এৰি কেঁচা আলিয়েদি গাড়ী চলিল। কিছুসময় পাৰ হোৱাৰ পিছত এখন দীঘলীয়া কাঠৰ দলং পালোগৈ। গাড়ী দলঙত উঠিল। তলত ডোবা। ডোবাৰ দক্ষিণ পাৰত কাৰোবাৰ শৱদেহ সৎকাৰ হব ধৰিছে। ভালেখিনি ৰাইজ থূপ খাইছে। নিশ্চয় গাঁৱৰ কোনোবা মূল মানুহ হানি হ'ল।

মোহনে মন্তব্য কৰিলে, "যাত্ৰা ভাল। সোঁহাতে শ-সৎকাৰ কৰা দেখিলো।"

প্ৰবীন শৰ্মাই কলিতাৰ কথাৰ ওপৰতে ধৰিলে, "শ-সৎকাৰ কৰা দেখিলে যাত্ৰা শুভ হয় নেকি ?"

'হয়তো। আত্মাই দেহা এৰি বৈকুণ্ঠলৈ যায়। শটো পৰি থাকে। তাক সৎকাৰ কৰা লোকেও পুণ্য আৰ্জে, দেখোতাৰো মঙ্গল হয়।"

কলিতাৰ আধ্যাত্মিক ব্যাখ্যা শুনি মনে মনে হাঁহি উঠিল। কিন্তু

একো নমতাকৈ মনে মনে থাকিলো। গাড়ী আহি এখন স্কুলৰ সমুখত ৰ'লহি। পৰিপাটিকৈ সজোৱা স্কুল। আগত এখন ফুলনি। শাৰী শাৰী গেন্ধাই ফুল ফুলি আছে। সন্মুখত এটি স্থায়ী তোৰণ। তোৰণত শতমুল। কিন্তু স্কুলৰ পৰিবেশ নিমাওমাও। ছাত্ৰ-ছাত্ৰী থকা যেন নালাগে। দুৱাৰ খিৰিকি কিন্তু মেলা আছে। মোহন নামি স্কুলঘৰ সোমাল। প্ৰায় লগে লগেই প্ৰবীণ শৰ্ম্মাও গ'ল। দেখিলো এজন ডেকাৰে মোহন আৰু শৰ্ম্মা দুয়ো আমাৰ ফালে লৰা-লৰিকৈ আহিছে। ডেকাজন শিক্ষক। সেই স্কুলৰে শিক্ষক। আহি প্ৰণাম জনালে।

সুধিলো, "আজি স্কুল বহা নাই নেকি?"

"বহিছিল ছাৰ। কিন্তু ছুটি দিলোঁ। কালি নিশা আমাৰ প্ৰধান শিক্ষয়ত্ৰী বাইদেউ ঢুকাল। কালিও স্কুললৈ আহিছিল। ৰাতি ভাত-পানী খাই উঠাৰ পিছত গাটো বেয়া লাগিছে বুলি কৈয়েই হেনো ঢলি পৰিল। সেতিয়াই মৃত্যু হ'ল। পুৰা খোল তাল বাই ৰাইজে শৱ-দেহ সৎকাৰ কৰিবলৈ নিছে। এতিয়াও ৰাইজ গাঁৱলৈ ওভতাই নাই। লৰা-ছোৱালীবিলাকেও আহি কান্দি-কাটি একো নোহোৱা হ'ল। সিহঁতৰ মন পাতলাবলৈ আহি মৃতকৰ সদগতি কামনা কৰি প্ৰাৰ্থনা কৰি ছুটি দিলো চাৰ। দোষ নধৰিব চাৰ।" মই সকলোকে গাড়ীত উঠিবলৈ কৈ নিজে গাড়ীত উঠিলোহি। শিক্ষক জনে ওচৰলৈ আহি কলে, "ছাৰ দয়া কৰি আহিছে যেতিয়া স্কুলঘৰটো এবাৰ গচকি যাওক।"

লগে লগে নামি স্কুলঘৰ সোমালো। পৰিপাটিকৈ স্কুলখন সজোৱা। বেৰত হাতৰ কামৰ চানেকি ৰবাহি, বিছনী আদি ভাগে ভাগে সজোৱা আছে। এচুকত দেখিলো এখন থাপনা পাতি ফুল দি সজোৱা আছে। বেদীত এখন পুৰণি বাও লগোৱা সৰু ফটো। এতিয়া প্ৰায় হালধীয়া পৰি চিনিব নোৱাৰা হৈছে। এম ভি পাচ কৰা প্ৰমাণ-পত্ৰখনেৰে একেলগে বন্ধোৱা আছে। মুহুৰ্তৰ বাবে বেদীৰ ওচৰত

থিয় হ'লো। মুৰ দোঁৱাই প্ৰাৰ্থনা জনালো। সকলো কেইজনেই এইদৰে কৰা দেখিলো। শিক্ষকজনক উৎসাহ দি গাড়ীত উঠিলোহি। গাড়ী দ্ৰুতবেগে চলিবলৈ ধৰিলে।

মুখত মাত নাই। চাৰিওজনৰেই বুকু ভাঙি হুমুনিয়াহৰ সমবেত স্বৰে গাড়ীৰ ইঞ্জিনৰ গুমগুমনিৰে লগ হৈ এক নতুন পৰিবেশৰ সৃষ্টি কৰিছে।

তেনেদৰেই নিৰ্ধাৰিত স্কুলৰ চৌহদ পালেহি। কাৰ্য-সূচী মতে সকলো কাম সমাধা কৰি উভতিলো। গধুলি সাত বজাত ঘৰ সোমালোহি। পোনে পোনেই পৰিবাৰৰ ওচৰলৈ গৈ মইনামতীৰ মৃত্যুৰ বাতৰি দিলো।

বিছনা পাটিত পৰি থকা ৰুগীয়া পৰিবাৰৰ দেখিলো চকুলো ওলাইছে। আঁচলৰ আগ টানি চকুপানী মচিছে। কোঠালিটো অস্বাভাবিক ৰূপে গহীন হৈ পৰিল। বাহিৰৰ বাৰাণ্ডাত থিয় হ'লোহি। ওচৰতে থকা দন্তবৰুৱা পৰিয়ালৰ শঙ্কৰ মন্দিৰত তেতিয়া আৰতি-বাদ্য বাজিছে। পঞ্চমীৰ জোনে এচপৰা ডাৱৰেৰে লুকা-ভাকু খেলিছে।

□ □ □

# গোপী

গোপী।

গকুলৰ নহয়--- উজান বজাৰৰ।

গুৱাহাটী মহানগৰীৰ ঘাই অঞ্চল এই উজান বজাৰ। এই নগৰৰ সকলোবোৰ ৰাজ আলিৰে নামকৰণ কৰা হৈছে। যেনে মহাত্মা গান্ধী ৰ'ড, মণিৰাম দেৱান ৰ'ড ইত্যাদি। সকলোবোৰ ৰ'ড। কিন্তু তাতো এটা ব্যতিক্ৰম। এটি ৰাজআলি ৰ'ড নহৈ ষ্ট্ৰীট হল। আজিও সেই নামেই আছে। ৱাৰ্ড ষ্ট্ৰীট। তাৰো এটা বিশেষত্ব আছে। ষ্ট্ৰীট বুলিলে আহল বহল ৰাজআলি এটাৰ কথা মনলৈ আহে। কিন্তু এই ৱাৰ্ড ষ্ট্ৰীটৰ অবয়ব ঠৈক আৰু তেনেই চুটি। নগৰৰ ভিতৰতে নহয় হয়তো পৃথিবীৰ ভিতৰতেই। এই ৱাৰ্ড ষ্ট্ৰীট হেমচন্দ্ৰ ৰ'ডৰে লগ লাগি এক চাৰি আলিৰ সৃষ্টি হৈছে। চাৰিআলি এৰি হেমচন্দ্ৰ ৰ'ডৰ লুইতমুৱা হৈ ছুখোজমান গলেই সক দোকান এখন পায়। দোকানৰ নামফলি নাই। বহুজনৰ মুখত ইয়াৰ বহু নাম। শ্ৰীকৃষ্ণৰ শত নামৰ দৰে। যেনে গোপীৰ দোকান, গোপী-শশীৰ দোকান, গোসাইৰ দোকান ইত্যাদি। সিদিনা আকৌ এজন বুঢ়া গ্ৰাহকৰ মুখত শুনিলো--- 'নিদানৰ দোকান।' তাতে আকৌ টিপ্পনী কাটি এজন আদহীয়া লোকে কলে---'আমাৰ দোকান'। লাগ বুলিলেই হেনো সময়ে অসময়ে এইখন দোকানত বস্তু পায়। বন্ধ খোলা, সকলো সময়তে। তাৰ কাৰণে বিশেষ বন্দবস্তও আছে। দোকানৰ সমুখৰ ফালে ভেটিৰ তলেদি এটি সুৰুঙা আছে। ঠিক তলাতল ঘৰৰ সুৰুঙাৰ দৰে। দোকান বন্ধ থকাৰ সময়ত সেই সুৰুঙাৰে বস্তু কিনাৰ ব্যৱস্থা আছে। সাধাৰণতে বস্তু দি তাৰ মূল্য লোৱাটো এই দোকানৰ নীতি। কিন্তু সুৰুঙাৰে বস্তু কিনাৰ নীতি বেলেগ। আপুনি যি লাগে তাৰ নাম এজন কৈ উচিত মূল্য সেই সুৰুঙাৰে সুমুৱাই দিয়ক---নিশ্চিতে সেই বস্তু

আহি আপোনাৰ হাতত পৰিব। এনে ব্যৱস্থা আন কৰবাত আছে বুলি মনে নধৰে। গুৱাহাটী নগৰতে নহয়---পৃথিবীৰ বিভিন্ন বজাৰতো। ই "ন ভূতঃ ন ভবিষ্যতি"ৰ দৰে।

অপূৰ্ব, অভাৱনীয় আৰু অতুলনীয় ব্যৱস্থা। কিন্তু এই ব্যৱস্থাৰ উদ্ভাৱক---গোপী নহয়, শশী। শশীৰ বহুমুখী প্ৰতিভা। শশীয়ে নজনা হস্তবিদ্যা নাই। ৰামসিংহই তাহানিতে কৈছিল "অসমীয়া একেজন ৰণুৱাই নাওঁ বাব পাৰে, হিলৈ মাৰিবও পাৰে।" সঁচা কথা। ৰামসিংহই কোৱা কথা আখৰে আখৰে সঁচা। শশীয়েই তাৰ প্ৰমাণ। শশীয়ে কাঠমিস্ত্ৰি, ৰাজমিস্ত্ৰিৰ সকলো কাম নিজেই কৰিব পাৰে। কৰিছেও। নিজৰ থকা ঘৰ, দোকানঘৰ সকলো এই শশীৰ হাতৰ কামৰ অৱদান শশী নমস্য। বুদ্ধিত বৃহস্পতি---হস্তবিদ্যাত বিশ্বকৰ্মা বুলিব পাৰি।

১৯৮২ চন।

এদিন বৰুৱাৰ ঘৰলৈ গৈছিলো। নাট্যকাৰ অভিনেতা সত্যপ্ৰসাদ বৰুৱাৰ কথা কৈছো। বৰুৱা তেতিয়া আন এজনৰে সমুখৰ বাৰান্দাত বহি কথা পাতি আছে। তেওঁ মোৰ চিনাকী। ডেকা বন্ধু ডম্বৰু দাস। সু-অভিনেতা আৰু অভিনয় ৰলিয়া লোক। ময়ো সেই মেলত বহিলোগৈ। প্ৰায় লগে লগেই চাহ জলপান আহিল। চাহৰ কাপত মুখ দিয়াই নাই---বৰুৱাই সুধিলে "চৌধুৰী তামোল খাব নহয়?"

"আছে যদি খাম।" বুলি তপৰাই উত্তৰ দিলো। "হব"--- এই বুলি চাহ দিয়া বনকৰা লৰাজনক কলে---"যা গোপীৰ দোকানৰ পৰা এখন তামোল লৈ আহ।"

লৰাজন নঙলা খুলি যাব ওলাওঁতেই মই চিঞৰি কলো---"হেৰা আছে যদি মুখত খোৱা ধপাত অলপো আনিবা।" মনে মনে বৰুৱালৈ কৃতজ্ঞও হলো। চাহতকৈ তামোলৰ ব্যৱস্থা কৰাৰ কাৰণে। তামোল খোৱাটো মোৰ অভ্যাস। বদ অভ্যাসো বুলিব পাৰি। চাহখাই তামোল নাখালে মুখৰ জুতি নুঠে। বৰুৱাই যে সেই কথা মনত ৰাখিছে। বৰুৱাৰ অভ্যৰ্থনাত কৃপণালি নাই। সেয়ে এই কৃতজ্ঞতা।

মুখত খোৱা ধপাত্তেৰে তামোল আছিল। তামোলখন মুখত দি সুধিলো---"বৰুৱা! গোপী আমাৰ পদ্ম গোসাইৰ ল'ৰা নেকি?"

"অ, পদ্ম গোসাইৰ ল'ৰা।"

পদ্ম গোসাইৰ কথা ওলোৱাৰ লগে লগেই মোৰ মন উৰা মাৰিলে উজাই নহয়---ভটিয়াই।

"ইস্ পদ্ম গোসাইৰ ল'ৰা। আৰু কোন কোন আছে?"

"ভায়েক ককায়েক তিনিজন। উমা, শশী, গোপী। উমা ডাঙৰ গোপী সৰু। উমাই কাছাৰীত কাম কৰে। শশী-গোপীয়ে দোকান চলায়। শশীয়ে বস্তু গোটাই আনে গোপীয়ে বেচে। দুয়োজনে বৰ কষ্ট কৰে। শশীয়ে দিনটো চাইকেল চলাই বস্তু বিচাৰে।

উমা। উমাকান্ত গোস্বামীক মই জানো। পদ্ম গোসাইৰ ল'ৰা। বুলিও জানো। আগতেও পাইছো--বাটে ঘাটে বা কাছাৰীত।

বৰুৱাই আৰু এবাৰ কথা কলে---"বুজিছে চৌধুৰী। গোপী এটা অনুপম চৰিত্ৰ। আপুনি লিখাৰ সমল পাব। এটা কথা শুনক। মই এই ঘৰতে থাকো। মোৰ ঘৰৰ সন্মুখতে এই দোকান। গোপীক মই সদায় পুৱাৰ পৰা ৰাতিলৈকে দোকানত বস্তু বিক্ৰী কৰাকে দেখিছো। কিন্তু বাটে পথে ওলোৱা হলে দেখা নাই। নোলায়--কতো নোলায়। শশী অৱশ্যে বোলেগ। তেওঁক সততে দেখাই নাপাওঁ। বস্তু বিচাৰি ঘূৰি ফুৰে। উমাই বিয়া কৰাইছে। শশী গোপীৰ বিয়াৰ বয়স পাৰ হল। বিয়া নকৰালে। ঘৰখন ধৰিবৰ কাৰণে। উমাৰ লৰা-ছোৱালীও আছে। লৰা তিনিজন, এজনী ছোৱালী। পদ্ম গোসাইৰ পৰিবাৰো আছে। বুঢ়ী হৈছে। এতিয়া ওলোৱা সোমোৱা নেদেখো।

এনেতে ডম্বৰু দাস জাপ মাৰি উঠিল। "যাওঁ, নহলে মালিগাঁৱৰ বাছ নাপাম" বুলি। ময়ো উঠিলো। ৰাজআলি নামি দাস দক্ষিণমুৱা হ'ল। বাছ ধৰিবলৈ। মই উত্তৰমুৱা হলো। বৰুৱাৰ কথাত মোৰ বৰ কৌতুহল হ'ল। গোপীক লগ পাবলৈ উত্ৰাবল হলো। কিন্তু সেই-দিনা আছিল বৃহস্পতিবাৰ। সেয়ে বহনি নকৰি লুইতমুৱা হৈ খোজ

ললো। লুইতৰ পাৰৰ কেকুৰিটো ঘূৰিছো মাথোন কোনোবাই "দাদা-দাদা" কৈ চিঞৰা শুনিলো। ঘূৰি চাই দেখো দুৰ্গা। মা দুৰ্গা বা দুৰ্গা মা নহয়। দুৰ্গা চৌধুৰী। একালৰ পাকৈত খেলুৱৈ। কাছাৰীত কাম কৰে। কামলৈ যাব ওলাইছে। একেলগে লুইতৰ পাৰে পাৰে খোজ ললো। তেতিয়া মোৰ মন গোপীয়ে আগুৰি আছে। আন কথা এৰি সুধিলো—"হেৰা গোপীক চিনানে?"

"কিয় নিচিনিম। সৰুৰে পৰাই দেখিছো। গোপী কিন্তু এলা-পেচা লোক নহয় দাদা। একেবাৰে অন্য ধৰণৰ। আজি বহু বছৰ ধৰি তেওঁ বাহিৰকে ওলোৱা নাই। দোকানখনতে থাকে। কিন্তু দেশৰ খবৰ, দহৰ খবৰ সকলো আমি ঘূৰি ফুৰা সকলতকৈ আগতেই গম পায়। কিবা কথা সঠিক জানিব খুজিলে গোপীৰ ওচৰ চাপক। ঠিক কব। গুৱাহাটীৰ চুকে কোণে ক'ত কি ঘটনা বা দুৰ্ঘটনা ঘটিছে সকলো কিবাকৈ গম পায়। একেবাৰে গেজেট। আচৰিত বুজিছে। যি দোকানত বহিল বহিলেই। আলিবাটতে ভৰি নিদিয়ে। অন্য চিন্তা নাই। কেৱল দোকান।"

এনেদৰে দুৰ্গাৰ কথা শুনি শুনি লতাশিল পথাৰৰ চুক ওলালোহি। তাতেই দুৰ্গা ফালৰি কাটি কাছাৰীলৈ গ'ল। মই ঘৰমুৱা হলো।

মোৰ কৌতুহল আৰু বাঢ়িল। গোপীক লগ পাবলৈ উত্ৰাৱল হলো।

পদ্ম গোসাইৰ কথা ঘনাই মনত পৰিল। এৰা, সমাজৰ বৰ হিতকাৰী লোক আছিল এই পদ্ম গোসাই। চেমনীয়া কালৰ পৰাই তেওঁক দেখিছিলো। তেওঁৰ ইতিবৃত্তও শুনিছিলো। ঘাই ঘৰ ছয়গাওঁ অঞ্চলত আছিল। পিচে তেওঁলোকৰ চুবুৰীটো ব্ৰহ্মপুত্ৰত জাহ গল। তেতিয়া আহি গুৱাহাটীত খোপনি ললে। কালত গুৱাহাটীত অসমীয়া সমাজত এজন লেখৰ লোক হৈ পোনতে আহি অ'ত ত'ত খোপনি পুতিলে। শেষত সেই ঠাইতে নিগাজী হল। হাতৰ কামত পাকৈত। পূজা পাৰ্বন বিয়া সবাহত পদ্ম গোসাই নহলে নচলে। কামো কৰি-

ছিল এখন দোকানত। পকা ঘাটৰ কাষতে এখন নামজলা দোকান আছিল। দুৰ্গা প্ৰসাদ বৰুৱা। সকলোয়ে এইখন দুৰ্গা বৰুৱাৰ দোকান বুলিছিল। বৰুৱাৰ দোকানৰ ৰূপ বেলেগ। গেছ লাইট, পেট্ৰ'মাক্স—চাইকেল এইবোৰ বিক্ৰী আৰু মেৰামতি কৰা দোকান। পদ্ম গোসাই, হৰেশ্বৰ ভৰালী সেই দোকানৰে খনিকৰ। আজি সেই দোকানো নাই—দুৰ্গা বৰুৱাও নাই। বৰুৱা স্বৰ্গগামী হ'ল। এইজনা বৰুৱাই হেনো গুৱাহাটী চহৰৰ প্ৰথম চাইকেল আৰোহী। পদ্ম গোসায়ে ১৯৬৬ চনত দেহা এৰিলে। হৰেশ্বৰ ভৰালীদেয় কিন্তু এতিয়াও আছে। আলৰ বুঢ়া হলেও কেতিয়াবা বাটে পথে দেখো।

*　　　　*　　　　*

তেতিয়াৰ গুৱাহাটীৰ পৰিসৰ সৰু। লোকসংখ্যাও কম। শিল-পুখুৰীৰ পৰা ভৰলুলৈকে চহৰৰ অসমীয়া সমাজখন একেডাল ডোলেৰে বন্ধা আছিল। নিকপকপীয়া বান্ধোন। এঘৰত বিয়া-বাৰু বা কিবা বিপদ-আপদ হলে সমাজখনেই উবুৰি খাই পৰিছিল। ভাগে ভাগে কাম কৰা লোকসকলৰ কথা আজিও মনত পৰে। এই ক্ষেত্ৰত পদ্ম গোসাইৰ এটা সুকীয়া দিশ আছিল। ঘৰে ঘৰে নিমন্ত্ৰণ কৰা আৰু বিয়াৰ দিনা ৰান্ধোনৰ ভাৰ লোৱা। তাহানিৰ বিয়াত মতা পদ্ধতিও বেলেগ আছিল। শৰাইত তামোল-পাণ লৈ ঘৰে ঘৰে মাতিব লগা ব্যৱস্থা আছিল। পদ্ম গোসায়ে এজন ভাৰীৰ কান্ধত তামোল-পাণ শৰাই লৈ আলিবাটত ওলোৱা দেখিলে আমি আনন্দত অধীৰ হওঁ, বিয়া নামিল বুলি। এখন ঘৰ হৈ হৰগৌৰী বসতি হোৱাৰ আনন্দত নহয়—বিয়াৰ জলপানৰ কথা ভাবি। এনেদৰে মনটো কেবল ভটিয়ায়। উজাব নোখোজে। ভাবি ভাবি সেই চেমনীয়াটো হৈ পৰো।

গোপীৰ পিচ ললো। আগৰ বাট এৰি নতুন বাটেদি বুলিলো। গোপীক লগ পাব পাৰি—কথা হব সহজে নোৱাৰি। ব্যস্ত গ্ৰাহকক লৈ। পুৰাৰে পৰা গ্ৰাহকৰ সোঁত বয়। বেছি ভাগেই ন-দহ বছৰীয়া লৰা-ছোৱালী। এটকাৰ ভগ্নাংশ লৈ বস্তু কিনা গ্ৰাহক, লানি পাতে।

পকৰাই লানি পতা দি। এজন আহিছে—এজন উভতিছে। পোনতে দুই এদিন ভুমুকি মাৰিছে চালো। গোপীক দেখিলো—কিন্তু মই বিচৰা মতে কথা হব নোৱাৰিলো। এনেদৰে প্ৰায় এসপ্তাহ পাৰ হল।

এদিন পুৱাই ওলালো। তেতিয়া প্ৰায় আঠ বাজিবৰ হৈছে। দোকানৰ সমুখত দুজন সৰু লৰাই কিবা কিনিছে। এই সুযোগ নেহেৰুৱাই দূৰৈৰ পৰাই চিঞৰি কলো—"গোসাই এখন তামোল দিয়কচোন।" দোকানৰ মুখত থিয় হলোগৈ। মোৰ কথা শুনি লৰা দুজন অবাক হৈ মোৰ ফালে চালে। এজনে ফুচফুচাই কলে— "হেই শুনিছ। গোপীকে গোসাই বুলি মাতিছে।" লৰা দুজন গ'লগৈ। কিন্তু কথাষাৰে মোৰ কাণত বৰকৈ বাজিব ধৰিলে। কিবা ভুল কৰিলো নেকি? ইতিমধ্যে গোপীয়ে তামোল এখন যুগুতাই দি কলে—"চাধা দিম নে? আপুনি আকৌ পাত চাধাহে খায়।" মই হাঁহি মাৰি শলাগিলো। সজ হওঁক বুলি সুধিলো—"মই পাত চাধা খাওঁ বুলি কেনেকৈ জানিলে?"

গোপীয়ে মোৰ প্ৰশ্নৰ উত্তৰ নিদি মাথোন হাঁহিলে। গোপীৰ হাঁহি মোহনীয়—চকুৱে মুখে হাঁহে। কিন্তু হাঁহিৰ খলকনি নুঠে। শব্দহীন হাঁহি। ছাইলেঞ্চাৰ লগোৱা হাঁহি, দেখি কিন্তু নুশুনি। হাঁহিটো মধুৰ। এনেতে একেলগে তিনি-চাৰি গৰাকী হিন্দুস্থানী মহিলা আহিল। পিচতে আকৌ দুজনীমান ওচৰৰে বনকৰা ছোৱালীও আহি দোকানৰ সমুখত থিয় হল। মই ক্ষণ নিমিলিব বুলি উভতিলো।

এনেদৰে বহুদিন যত্ন কৰি গোপীৰে সজ হলো। তথাপি গোপীক অকলে লগ পাই প্ৰশ্ন সুধি কথা উলিয়াবলৈ টান। সকলো সময়তে গোপীৰ দোকানৰ সমুখত গ্ৰাহক।

সুৰৰ বৈঠকত গোপীৰ কথা উলিয়ালো। লগ পাই কথা পতাৰ যে অসুবিধা এই কথাও কলো। তদুপৰি প্ৰথম দিনাই লৰাজনে "গোপীকে গোসাই বুলিছে" বোলা কথাষাৰো কলো। দুৰ্গা চৌধুৰীয়ে জাপ মাৰি উঠিল—"এঃ হয় হয়। ময়ো সেইকথা লক্ষ্য কৰিছো।

অঞ্চলৰ বুঢ়া ডেকা, লৰা ছোৱালী সকলোৱে গোপীক গোপী বুলিয়েই মাতে। দাদা, কাকা, গোসাই বোলা শুনা নাছিলো। এতিয়া কিন্তু দুই এজনে কাকা, দাদা কোৱা হৈছে। মই নিজৰ কথাতে ৰলো। গোপীক গোপী নুবুলি—সদায় গোসাই বুলিয়েই মাতো। কাহানিও গোপী বোলা নাই।

গোপী বয়সত মোতকৈ সৰু। আজি ৮৭ চনত তেওঁৰ বয়স পঞ্চল্লিশ, ছিয়াল্লিশৰ বেছি নহয়। কিন্তু গোপী ধুনীয়া। নাকটি বহী পৰা। বৰণো বগা। চকুহালি বৰ তীক্ষ্ণ। কাৰোবাৰ ফালে চালে—শৰীৰৰ ভিতৰলৈকে দেখে যেন লাগে। গোপীৰ ব্যৱহাৰ উত্তম। উত্তম নুবুলি উত্তমোত্তম বুলিব পাৰি। আজি চাৰি-পাঁচ বছৰে গোপীক তেনেই ওচৰতে পাইছো। দোকানৰ সমুখত কেতিয়াবা দীঘলীয়া সময়ো ৰৈছো। কাহানিও গোপীয়ে কাৰো প্ৰতি খং ৰাগ কৰা হলে শুনা নাই। গোপীয়ে হাঁহিৰেই ৰণ জিকে। বাক্যবাণৰ প্ৰয়োগৰ আৱশ্যক নৰবে।

* * *

দোকানখন সৰু। সহজতে চকুত নপৰে। গ্ৰাহক বহাৰ সুবিধা নাই। সমুখত থিয় হৈ বস্তু কিনিব লাগে। বেঙ্কৰ কাউণ্টাৰত লেন-দেন চলাৰ দৰে।

সমুখৰ ফালে আঠ ফুট বহল—পিচৰ ফালে ছয় ফুট। সেই অনুপাতে দীঘলে অলপ বেছি। প্ৰায় তিয়াল্লিচ ফুটলৈকে টনা, কিন্তু প্ৰায় পয়ত্ৰিশ ভাগলৈহে ওপৰখন আগুৰা আছে।

সমুখত এডাল গুলঞ্চি ফুলৰ গছ। এটা ডাল বেকা হৈ দোকানৰ মুখ ছুইছে। ন-বোৱাৰীয়ে ওৰণি লোৱাৰ দৰে—এই ডাল ঠানিয়ে দোকানক আবুৰ কৰি ৰাখিছে। গোপীয়ে হেনো পুন্নাই দোকানখন চিকুণায়। বাহিৰৰ এই গুলঞ্চি জোপাৰ তললৈকে সৰা-মছা কৰে। গোপীৰ সীমাও সিমানেই। গোপীয়ে কেতিয়াও এই সীমাৰ বাহিৰ নহয়। পৃথিৱী লৰিলেও ইয়াৰ লৰচৰ নহয়।

দোকানত বস্তু ঠাহ খোৱা। সকলোৱে মুখত একে কথা—এই দোকানত নোহোৱা বস্তু নাই।

* * *

গোপীৰ মন বুজিবলৈ বহু চেষ্টা কৰিলো। একাল খুঁজিলো বুলিব পাৰি। বছৰ হিচাবে পাঁচ ছয় বছৰ হব। কিন্তু কথা পতাৰ সময় কম। একেলগে তিনি-চাৰি মিনিটৰ বেছি কথা হব নোৱাৰি। গ্ৰাহক এৰাই কথা পাতিবলৈ সুবিধাৰ অভাৱ। সময় হিচাপে ধৰিলে—মুঠতে পাচ-ছয় ঘণ্টাকৈ গোপীৰে কথা হলো। এই সাক্ষাৎকাৰ "বেগি—দুই মিনিটৰ দৰে!" হঠাতে নিসিজিলে—সিজোৱা টান। সাক্ষাৎকাৰৰ প্ৰসঙ্গবোৰ ধাৰাবাহিক লিখাৰ মোহ এৰি—উল্লেখযোগ্য প্ৰায় কেইটিমানৰ উল্লেখ কৰিলো।

* * *

হাইক'ৰ্টত কিবা উৎসৱ পাতিছে। শুনিলো ছুপ্ৰীম কৰ্টৰ মুখ্য ন্যায়াধীশ আহিব। সজাইছে—ভৱনটো। আটক-ধুনীয়াকৈ সজাইছে। ৰংলেপি দেখনিয়াৰ কৰিছে। গধূলি ফুৰিবলৈ গৈ দেখিলো—বিজুলী চাকিৰে জকমকীয়া হৈ আছে। ভৱনটোৱে মাৰ্বল পাথৰৰ ৰূপ লৈছে। ৱাৰ্ড ষ্ট্ৰীটৰে পাক মাৰি গোপীৰ দোকান পালোগৈ। গ্ৰাহক আছে। তথাপি দোকানৰ সমুখত থিয় হলো। তামোল এখন বিচাৰিলো। তামোল লওঁতে কলো "গোসাই—হাইক'ৰ্টখন বৰ সুন্দৰকৈ সজাইছে। তাজমহল যেন দেখা হৈছে। বলক চাই আহো।"

গোপীয়ে তপৰাই উত্তৰ দিলে—

"নাযাওঁ দিয়ক। যি সকলে তাজমহল দেখিছে তেওঁলোকেই চাওক। আমি তাজমহলো দেখা নাই—হাইকৰ্টও নাচাওঁ।"

"আপুনি হাইক'ৰ্ট দেখা নাই?"

"ক'তনো দেখিলো। ১৯৫১ চনৰ শঙ্কৰদেৱৰ তিথিৰ দিনা দোকানখন থাপিলো। সিদিনাৰ পৰা ইয়াতেই বন্দী হলো।"

"কিয় লতাশিল পথাৰত কিছু চাব নেযায় জানো?"

"বিহু পাতিলে ১৯৫২ চনত। বিহু আৰু কত দেখিলো।"

মই থৰ হৈ গোপীৰ ফালে চালো। গোপীক কিবা যোগী যোগী যেন লাগিল। শ্ৰদ্ধাৰে শিৰ দোৱাই উভতিলো।

* * *

আৰু এদিনৰ কথা। গোপীৰ ওচৰলৈ বুলি টোৱাইছো। লতাশিলৰ চাৰি আলিৰ কাষেদি এটি শোভাযাত্ৰা যোৱা দেখিলো। গড়বাঘ লৈ কৰা শোভাযাত্ৰা। চৰকাৰে কিবা হেনো বন্যপ্ৰাণী সপ্তাহ পাতিছে। থমকি ৰৈ পুনৰ আগবাঢ়িলো। দোকানৰ সমুখ পালোগৈ। সচৰাচৰ বিচৰাৰ দৰে তামোল এখন বিচাৰিলো। তামোলখন জুকিয়াই আগবঢ়াই দিওঁতেই সুধিলো।

গোসাই—বন্য প্ৰাণীৰ মেলা পাতিছে। চিৰিয়াখানাত চাব যাব নেকি?

"কিটোনো চাব আছে?"

"আছে। আমাৰ চিৰিয়াখানাত বহুতো জন্তু জানোৱাৰ আছে—ডাঙৰ ডাঙৰ বাঘ আছে—ঘোং আছে—"

গোপীয়ে ওপৰতে ধৰিলে--

"গড়ালত থকা কচাইৰ কটা মাংস খোৱা বাঘোনো বাঘ নে? বাঘ চাবলৈ হলে, হিমালয়ৰ হাবিলৈ যাব লাগে।" এই বুলি আন গ্ৰাহকৰ কাষ চাপিল। মই থৰ হলো। গোপীৰ মনৰ কথা ভাবি। গোপীৰ মনৰ পৰিধি বহল। মোৰ সাউৎকৰে জিম কোৰবটৰ কথা মনলৈ আহিল। দোকান এৰি খোজ ললো।

গোপী বাহিৰ নোলায়। বাহিৰত তেওঁৰ কোনো আকৰ্ষণ নাই। আকৰ্ষণ দোকানৰ। সেইখনেই তেওঁৰ সাধনাৰ সিদ্ধি স্থল। ওচৰৰ সকলোৰে মুখত সেই একে কথা। গোপশ্ৰী গুলকি জোপাৰ ইপাৰ নহয়। তালৈকে ওলায়—তাৰ এখোজো আগ নাবাঢ়ে। গোপীক লৈ বহু ঠাইতে বহু ধৰণে আলোচনা হয়। আমাৰ মাজতো হয়। এদিন এই কথা ওলাওঁতে সৰসী দাসে কলে—"সিমানতে ম্যেগিনট

লাইন" পোতা আছে। সেয়ে নোলায়। জীৱেশ্বৰ চক্ৰৱৰ্তীয়ে আক এখোজ উধালে। কলে—"সেয়েই লক্ষ্মণৰ মন্ত্ৰপুত ৰেখা। পঞ্চবটীৰ কুটীৰৰ আগত লক্ষ্মণে ঘেৰ দিছিল। সীতাৰ ৰক্ষাৰ কাৰণে। সীতাই সেই কথা নুশুনি বিপদত পৰিল। গোপীয়ে এই অভিজ্ঞতাৰ পৰা শিকনি ললে। কিবা বিপদ হব বুলি গুলঞ্চি গছজোপাৰ বাহিৰ নহয়।"

সিদিনা গান্ধী জয়ন্তী। শৰণীয়া পাহাৰৰ গান্ধী মণ্ডপলৈ বাছ দিছে। যাত্ৰীৰ আহ-যাহৰ কাৰণে। বিতং বিৱৰণ কাকতত প্ৰকাশ হৈছে। পুৱা তেতিয়া দহমান বাজিছে। গ্ৰাহক নোহোৱা নহয়। তথাপি গোপীক সুধিলো—"গোসাই বলক গান্ধী মণ্ডপলৈ যাওঁ। একে যাত্ৰাতে আইবো বাৰ্তা গঙ্গাৰো যাত্ৰা হব। গান্ধীজীক সেৱা জনোৱাও হব—পাহাৰৰ ওপৰৰ পৰা গোটেইখন গুৱাহাটীকে দেখিব"।

গোপীয়ে এটা শব্দতে উত্তৰ দিলে--"নাযাওঁ।"

"কিয় নাযায় ?"

"গান্ধীজীক সেৱা জনাবলৈ তালৈ কিয় যাব লাগে। ঘৰতেইতো সেৱা জনাব পাৰি।"

"সেইটো হয়। পিছ ঘৰৰ পৰাতো গোটেইখন গুৱাহাটী চাব নোৱাৰি।"

শব্দহীন হাঁহিটিৰে কলে---"ভূগোল পাঠত দেখো বহুতো ঠাইৰ কথা আছে। কোনেনো বাৰু সেইবোৰ চাই শেষ কৰিব পাৰিছে। তেওঁলোকে সেইবোৰ চাই শেষ কৰক---আমি নোচোৱাকৈ বহি থাকো-চোন দিয়ক।"

নোলায়। গোপী দেখিছো বাহিৰ নোলায়। শ্ৰীকৃষ্ণৰো প্ৰতিজ্ঞা ভঙ্গ হৈছিল কিন্তু গোপীৰ প্ৰতিজ্ঞা ভঙ্গ নহয়।

গোপীয়ে হেনো ৰিক্সা, মটৰ গাড়ী দেখিছে। চলা চিটিবাছ দেখা নাই---উঠাতো দূৰৰ কথা। উৰা জাহাজৰ শব্দ শুনিছে, জাহাজ হলে দেখা নাই। ডিগাৰু, সোণাপুৰ দেখিছে—দিছপুৰ দেখা নাই।

সেই সিদিনাৰ কথা। ১৫ আগষ্ট—১৯৮৭। স্বাধীনতা দিৱস।

ৰাজ্যজুৰি প্ৰবল বানপানী। ব্ৰহ্মপুত্ৰ ফেনে ফোটোকাৰে বাঢ়িছে। শান্তিপুৰ উজানবজাৰৰ নাওজান অঞ্চলত পানী। চোতাল ঘৰ পানীৰে উপচি পৰিছে। বেৰ খহি পৰিছে। নগৰৰ ভিতৰতে এই দুৰ্যোগ। আবেলি ওলাই গলো। পকীঘাট পাই দেখিলো লোকে লোকাৰণ্য। পানী চাবলৈ। নোহাৰা নোপজা কথা। হেমচন্দ্ৰ ব'ডৰ মূৰ পায়েই ঘূৰিলো। গোপীৰ দোকান পালোহি। চিঞৰি মাতিলো, "গোসাই ব্ৰহ্মপুত্ৰৰ পানী দেখিছে। খাওঁ খাওঁ মূৰ্তি ধৰিছে। পানী চাবলৈ মানুহৰ সোঁত বৈছে। যাব নেকি?"

"নেযাওঁ---পানী চাই কি হব?"

"লুইতখন যে কিমান বাঢ়িছে। আগতে ইমান পানী আমি কেতিয়াও দেখা নাই।"

"মই লুইত শুকুৱাও দেখা নাই, বঢ়াও নেচাওঁ।"

"লুইতখন দেখা নাই? লুইতৰ কাষতে থাকি লুইতখন দেখা নাই। কি কয় গোসাই?"

"সঁচা কৈছো। ৫১ চনৰ পৰা লুইতখন দেখা নাই।"

ওচৰৰে এজনে মাত লগালে---

"গোপীয়ে ওলালেহে দেখিব। কতো নোলায়েই দেখোন। সেই গুলঞ্চি গছেই সীমা। তাৰ পৰাতো লুইতখন নেদেখি।"

মই হতভম্ব হলো। কথা হেৰাই গল। গোপীৰ দোকানৰ পৰা চাৰিখোজ আগুৱাই আহিয়েই লুইতখন দেখা পায়---তথাপি ছয়ত্ৰিশ বছৰে লুইতখন দেখা নাই বুলি কলে বিশ্বাস কৰিব পাৰি জানো? কিন্তু বিশ্বাস নকৰিও উপায় নাই। গোপী এই কাৰণেই গোপী। গোপী আমাৰ পৰাই নহয় সকলোৰে পৰা---এটি ব্যতিক্ৰম। গোপী বিস্ময়।

গোপীৰ মন বুজিবলৈ বহুদিন গৈছো। মাহজুৰি নহয় বছৰ জুৰি। একোদিন দুই তিনিবাৰ গৈয়ো হতাশ হৈছো। গোপীক গ্ৰাহকে আগুৰি থাকে। তথাপি আশা এৰি নিদি সেই চুবুৰীৰ কাৰো-

বাৰ ঘৰত সোমাওঁ। তেওঁলোকৰ পৰা গোপীৰ কথা শুনো। পোনতে ৰামকুমাৰক লগ ধৰিলো। ৰামকুমাৰ ডেকা। মোৰ স্কুলীয়া দিনৰে সহপাঠী। ফাৰ্মাচিষ্ট। মোৰ সমবয়সীয়া। কথা প্ৰসঙ্গতে সুধিলো---"গোপীৰ দোকানলৈ যাৱনে ?"

"এ কি কথা কৈছে। দিনটোত দহবাৰ যাওঁ। আমাৰ ঘৰৰ বজাৰ তাৰ পৰাই কৰো। নিজে নহলেও ইহঁত যায়। ময়ো যাওঁ। সকলো বস্তু পায়। ব্যৱহাৰ ভাল। ওজনতো হেৰফেৰ নাই। সেইখন নহলে আমি নিগমে মৰিলো হয়। এইখন আমাৰ কাৰণে দোকানেই নহয় ' বেঙ্ক। লাগিলে ধনো আনো। বৰ ভাল মানুহ। ঘৰখনৰ সকলোবোৰেই মৰম লগা মানুহ। গোপী-শশী আমাৰ জয়-বিজয়। চুবুৰীৰ সকলোৱেই ভাল পায়। দোকানত কেৱল চাউল মুঠি নাপায়। চাউল নেবেচে।"

আৰু এদিন লক্ষ্মী দত্তক সুধিলো। দোকানৰ ওচৰৰে বাসিন্দা। চৰকাৰী কাম কৰিছিল। এতিয়া অৱসৰ লৈছে। দত্ত পঞ্চমুখ। গোপীৰ গুণানুকীৰ্তন কৰি তত নেপায়। তেওঁ কলে---"আমাৰ চুবুৰীৰ মানুহবোৰ প্ৰায়েই দুখীয়া নিচলা মানুহ। আমাক তৰিবলৈকে ভগৱানে এইখন দোকান থাপিছে।"

এনেদৰে বহুতৰে মতামত ললো। সকলোৰে প্ৰায় একে কথা।

এদিন চলিহাৰ ঘৰলৈ গৈছিলো। চিৰণ চলিহা। ঘৰত নাই। তেওঁৰ পৰিবাৰ নীৰা চলিহা ( ৰাণী ) আছে। নীৰা মোৰ বৰ বোৱাৰীৰ সহোদৰা। স্বৰ্গীয় তিলক দাসৰ বৰ জীয়ৰী। চাহ-জলপান দি অভ্যৰ্থনা কৰিলে। তেতিয়া মাখনৰ অভাৱ। সুধিলো---"মাখন পাইছানে ?"

"পাইছো---। গোপীৰ দোকানৰ পৰা আনিছো। তাত নথকা বস্তু নাই। এইখন দোকান নহলে আমি বহু বস্তুৱে নাপালোহেঁতেন। নগদ বাকী দুয়োটাই চলে। ৰাতি দুপৰতো লাগ বুলিলে বস্তু পাওঁ।"

এইয়া গোপীৰ দোকানৰ গ্ৰাহক গ্ৰাহিকাৰ কথা। মোৰ নহয়।

গোপীৰ বিষয়ে বহু কথাই জানিলো। কিন্তু দুটা কথা বাকী আছিল। এটা হৈছে শশীক দোকানৰ ভিতৰত এবাৰ দেখা আৰু চাউল নেবেচাৰ হেতু কি? গোপীয়ে এদিন কৈছিল—তেওঁৰ অভিলাষৰ কথা। তেওঁৰ অভিলাষ চুবুৰীৰ সকলো গ্ৰাহকে তেওঁৰ দোকানত যাতে সকলো বস্তু পায়। তাৰ বাহিৰে তেওঁৰ আৰু একো অভিলাষ নাই। তেন্তে---চাউল নৰখাৰ কাৰণ কি? প্ৰায় দোকানতেইতো চাউল ৰাখে। ভাবি অন্ত নাপাওঁ। কথাটো সঠিক জানিবলৈ মন আকুল হল।

* * *

সিদিনা সোমবাৰ। চৈধ্য ছেপ্টেম্বৰ। ১৯৮৭ চন। পুৱাই ওলাই গলো। তেতিয়া পুৱা প্ৰায় আঠ বাজিছে। নাতিনীজনীকে চাই আহো বুলি খোজ ললো। নাতিনী আইমী। গোপীৰ দোকানৰ ওচৰতে থাকে। দোকানৰ সন্মুখত থিয় হৈ মুখ ঘূৰালো। দেখিলো দোকানত শশী-গোপী দুয়োজনেই আছে। কিন্তু আচৰিত কথা সন্মুখত কোনো নাই। একে ছাটেই আলি এৰি দোকানৰ বাৰান্দাত উঠিলো। শশীযে ধূপ জ্বলাই আৰতি কৰিছে। গোপী সেই হাঁহিটি মাৰি মোৰ ফালে আহিল। নিজেই সুধিলে—"তামোল খাব?" "ওঁ খামতো। আজি দেখোন দুয়োভাই একেলগে।"

শশীয়ে মুখ ঘূৰাই সুধিলে---"কলৈ যায়। পুতেকৰ ঘৰলৈ আহিছে নেকি"?

মই কলো "আজি মোৰ বৰ ভাগ্য। দুয়োজনকে যে দোকানত দেখিলো।"

"এঃ মইতো আপোনাক বাটে ঘাটে সদায় লগ পাওঁ।"

মই কলো---দুয়োজনক একেলগে পাবলৈ বৰ মন আছিল। আজি পালো।

"এৰা, মই বাহিৰতেই থাকো। দোকানৰ বস্তু গোটাব লাগে। আজি কালি গ্ৰাহকৰ চাহিদা বহুত। দিনটো ঘূৰিও সহজে বস্তু গোটাব নোৱাৰি। দামো সদায় উৰ্দ্ধমুখী।" আগ্ৰহেৰে শশীক দেখি

তেওঁক বৰ কঠোৰ আৰু হুটা বুলি ভাবিছিলো। পিচে নহয়, শশীও সদালাপী।

তামোলখন খাই দোকান এৰিলো। লুইতৰ পাৰৰ ইঘৰ সিঘৰ বন্ধু আৰু আত্মীয়ৰ ঘৰত সোমালো। এনেদৰে এবাৰ বাজিবৰ হল। শেষত নবেন ফুকনৰ ঘৰলৈ গলো। নবেন ফুকন---নানু। লুইতৰ পাৰৰ শাহানিৰ বাজ হাউলীৰ বাসিন্দা। নানুৰ অসুখ। আঠুৰ বিষ। আজি তুই তিনিমাহে ভুগিছে। নানু বাৰান্দাতে বহি আছিল। মোক আলিবাটত দেখিয়েই---দাদা---দাদাকৈ চিঞৰিলে। হাঁহি মাৰি চৌহদ সোমালো। কাষত বহিলো গৈ। নানুৰ অসুখৰ খাঁ-খবৰ ললো। নানুৰ অভ্যাস জানো। কথা পালে একো নালাগে। তাতে এতিয়া অসুখ কমিছে। পায় কোনে? বহুদিন সাঁচি থোৱা কথাৰ থুনুপাক উবুৰি কৰি মেলি দিছে। বহিব লগা হল। অসময়ত চাহ-জলপান খাবলগীয়া হল। উঠিব খুজিলে তামোলৰ লোভ দেখুৱায়। কয়---"বব, তামোল আনিবলৈ পঠিয়াইছো। এতিয়াই আহি পাব।" এনেদৰে প্ৰায় ডেৰ ঘণ্টা বহিলো। বাৰ বাজি ত্ৰিশ মিনিট হল। একে চাবেই উঠি ভটিয়াই ঘৰমুৱা হলো।

গোপীৰ দোকানৰ সমুখৰে খোজ লৈছো। দেখিলো---গোপী বহি আছে। অকলে। দোকান বন্ধ কৰিবৰ হৈছে। তাৰ আগতে ভাগৰ জুৰাইছে। মই এয়েই সোণালী সুযোগ বুলি তেওঁৰ ফালে 'গোসাই' বুলি চিঞৰি আগবাঢ়িলো। কলো—"এটা কথা সুধিব খোজো।"

"সোধক।"

আপুনি কৈছিল---আপোনাৰ দোকানত গ্ৰাহকে যাতে সকলো বিচৰা বস্তু পায় সেইটোৱে আপোনাৰ অভিপ্ৰায়। কিন্তু চাউল---সকলো পৰিয়ালকে লাগে। আপুনি সেইকন বস্তু নাৰাখে কিয়?

গোপী গহীন হল। ধীৰে ধীৰে বহাৰ পৰা উঠিল। মোৰ নিচেই কাষলৈ আগবাঢ়ি আহিল। কিবা কব খুজিও গোপী থমকি

ৰল।

"কওক। কিবা গুপুত ৰহস্য আছে নেকি---চাউল দোকানত নৰখাৰ ??"

গোপীয়ে একেবাৰে কাষলৈ আহি ফুচফুচাই কলে---

"চাউল মহালক্ষ্মী। ইয়াক লৈ বেপাৰ কৰিলে বহু ৰীতি-নীতি মানি চলিব লাগে। ই খেলৰ বস্তু নহয় যে দলি মাৰি দাম দি বস্তু লৈ যাব। সেয়ে চাউল নাৰাখো। বুজিলেনে ?"

"নাই একো নুবুজিলো।"

"শুনক, চাউল লক্ষ্মী। কাৰ'বাক চাউল বেচি যে উচিত মূল্য লব লাগিব। হীন-দেঢ়ি হলে অন্যায় হব। তদুপৰি চাউল বাকীকৈ বেচিলে লক্ষ্মীছাৰা হয়। এনেয়ে দিয়াটো বেলেগ কথা। সেইটো ভিক্ষা দিয়া হব। দানৰ ফল পাব। কিন্তু মোৰ দোকানত বাকী চলে। চাউলো বাকী দিব লাগিব। সেয়ে চাউল নাৰাখো।"

মই পতিয়ন নগৈ কলো, "নহয়, চাউল ৰাখক। আপুনি চাউল বাকীকৈ নেবেচিব। নগদ ধন লৈ বেচিব।"

"নহব। নোৱাৰিম। ধৰক এতিয়া এজন গ্ৰাহক আহিল বাকীকৈ চাউল বিচাৰি। কেনেকৈ বাকী নিদিয়াকৈ থাকিম। দিবই লাগিব। গ্ৰাহকজনৰ কথা ভাবি। নহলে তেওঁৰ লৰা-ছোৱালীয়ে হয়তো লঘোণে থাকিবলগীয়া হব। মই নিদিয়াকৈ নোৱাৰিম।" কথাষাৰ কওঁতে গোপীৰ চকুৰেদি দেখিলো---চকুপানী নিগৰিছে। মই সেই চকুপানী দেখি বিস্মিত হলো। গোপীৰ ফালে থৰ হৈ চাই ৰলো। দেখিলো সেই নহা গ্ৰাহকজনৰ কথা ভাবি গোপী বিচলিত হৈছে। মই গোপীৰ সেই অনুভূতিৰ ধ্যান নাভাঙি বেগাই দক্ষিণলৈ খোজ ললো।



# মোৰ হনুমান

১৯৩১ চন। নতুন জীৱন আৰম্ভ কৰিছোঁ। চাকৰিত। শিক্ষকৰ নিযুক্তি পাইছোঁ— উঃ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত। ঢেকী হেনো স্বৰ্গ লৈ গ'লেও ধান বানিব লাগে। মোৰো সেয়ে হ'ল। স্কুলৰ এলেকাত '৺লক্ষ্মীৰাম নাট্য মন্দিৰ' স্বনামধন্য সংগীতজ্ঞ ৺লক্ষ্মীৰাম বৰুৱাৰ সোঁৱৰণত উচৰ্গিত। সজীৱ অনুষ্ঠান; সঘনে নাট মেলে। উদ্যোক্তাসকলে কাষ চাপিল। ময়ো সভ্য হব লা'গে আৰু অভিনয়ত অংশ গ্ৰহণ কৰিব লাগে। আদৰ নেওচা টান। সেয়ে শিক্ষা মন্দিৰ আৰু নাট্য মন্দিৰ— দুয়োটাৰে সেৱাইত হ'লোঁ।

সেই সময়তে এজন অতি মোহনীয় অভিনেতাক লগ পালোঁ। ভূঞা, পুৱাৰাম ভূঞা। নাট্য সমিতিৰ সক্ৰিয় সভ্য আৰু অভিনেতা। অতি কম সময়ৰ ভিতৰতে কেইবাখনো নাট মেলা হ'ল। ময়ো অংশ গ্ৰহন কৰিলোঁ। এই অভিনয়ৰ সময়তে ভূঞাৰ সতে মোৰ সহৃদয়তা গাঢ় হ'ল। ভূঞাৰ অভিনয় প্ৰতিভাৰ কথা সহজে চকুত নপৰে। কিয়নো প্ৰায় নাটকতে সৰু সৰু ভাও তেওঁৰ ভাগত পৰে। কিন্তু তেওঁৰ অভিনেতা চৰিত্ৰ অতি মধুৰ আৰু অতুলনীয়। নিয়মমতে সদায় আখৰালৈ অহা, বচন মুখস্থ কৰা, নাটকৰ সকলো চৰিত্ৰৰ বিষয়ে প্ৰণিধান কৰা আদিত ভূঞা অদ্বিতীয়। বচন বিলোৱাৰ দিনৰে পৰা তেওঁ নিজৰ ভাৱৰ সাজপাৰ আৰু ৰূপসজ্জাৰ কথা আলচে আৰু সেই-মতে উদ্যোক্তাসকলক আমনি নকৰাকৈ সেইবোৰ নিজে যুগুতাই লয়। এই কথা সকলোৱে মুখে মুখে। কেইখনমান নাটৰ অভিনয়ত একে-লগে অভিনয় কৰি মোৰো এই অভিজ্ঞতাই হ'ল। নাটকৰ আখৰাৰ সময়ত সকলো অভিনেতাৰে বচন কোৱা আৰু ভাব ভংগী ভূঞাই একা-গ্ৰমনে লক্ষ্য কৰি থাকে। দুই-এজনক অযাচিত ভাবে উপদেশো দিয়ে।

ইতিমধ্যে অঞ্চলটোত মই 'মাষ্টৰ' নামেৰে অভিহিত হ'লো। পাঠৰো— নাটৰো। ভুঞাদেৱেও মোক 'মাষ্টৰ' বুলিয়েই সম্বোধন কৰে। ভুঞা বয়সত মোতকৈ ডাঙৰ। মই তেওঁক 'ভুঞাদেউ' বুলি শ্ৰদ্ধাৰে সম্বোধন কৰোঁ।

নাট্য সমিতিয়ে সেইবাৰ 'ৰক্ষকুমাৰ' নাট মেলিবলৈ লৈছে। মোৰ নিজা নাট। নতুনকৈ লিখি উলিয়াইছোঁ। জোৰ প্ৰস্তুতি চলিছে। কিয়নো, এইবাৰ টিকট বেচি অভিনয় কৰা হ'ব। বচন বিলোৱাৰ আগৰ পৰাই ভুঞাদেউ মোৰ ওচৰলৈ আহে নাটখনৰ বিষয়ে কথা কয়।

বচন বিলোৱা হ'ল। আখৰাও আৰম্ভ হ'ল। ভুঞাদেউ আখৰাৰ নিৰ্ধাৰিত সময়ৰ আগতেই আহি মঞ্চত উপস্থিত হয়। আখৰা সামৰালৈকে বহি থাকে। এনেদৰে সাত-আঠদিন আখৰা চলিল। ইমানতো বচন গাবলৈ ভুঞাদেউক নমতাৰ কাৰণে তেওঁ সচকিত হ'ল। ভুঞাদেৱে 'বালি-বধ', 'মেঘনাদ বধ' আৰু শেষত অতুলচন্দ্ৰ হাজৰিকাদেৱৰ 'শ্ৰীৰামচন্দ্ৰ' নাটত হনুমানৰ ভাও লৈ সুনাম আৰ্জি থৈছে। হনুমানৰ ভাও তেওঁক এৰি আনক দিয়াতো আনে ভাবিলেও তেওঁ ভাবিব নোৱাৰে। ইফালে 'ৰক্ষকুমাৰ' নাটৰ কাহিনী 'ৰামায়ণৰ' পৰা লোৱা। ৰাম-ৰাৱণৰ ৰণৰ কাহিনী। এতেকে নাটকৰ ৰণত হনুমানৰ অবস্থিতি অবশ্যম্ভাবী। গতিকে তেওঁৰ এই ম্যাদি পট্টাত কোনে হাল জোৰে? তাতে আন আন চৰিত্ৰৰ বচনত হনুমানৰ কথাও ওলায়। এতেকে সময়ত হনুমান নিশ্চয় প্ৰবেশ কৰিব। —এই আশাৰেই তেওঁ প্ৰায় দহ দিন আখৰা আৰম্ভৰ পৰা শেষলৈকে নিৰীক্ষণ কৰিলে! কিন্তু হনুমান নোলায়! সেয়ে লাহে লাহে ভুঞাদেউ গহীন হ'ল। আখৰালৈ আহে, কিন্তু এচুকত মন মাৰি বহি থাকে। কোনোবাই কিবা সুধিলেও ঠোৰতে কিবা এটা কৈ ফালৰি কাটে, আগৰ দৰে ৰং-ৰহইচ নোহোৱা হ'ল।

সকলোৱে কথাটো লক্ষ্য কৰিলেও মই কিন্তু তেতিয়ালৈকে কথাটো মন কৰা নাই। এদিন আখৰা সামৰি সকলোৱে ঘৰমুৱা হৈছোঁ। আমি কেইজনমান আগত। ভুঞাদেউ আৰু এজাক লোক পাছত।

ভুঞাদেৱে মন্তব্য কৰি ক'লে—

: মাষ্টৰেনো এইখন কি নতুন ৰামায়ণ উলিয়ালে ? ৰাম-ৰাৱণৰ যুদ্ধত হনুমান নাই। দৰ্শকে কিন্তু শেষলৈকে হনুমানক বিচাৰি নাপায় হতাশ হ'ব। অভিনয় ভাল হ'লেও এই খুঁট বৈ যাব।

কথাষাৰে মোক শেলে বিন্ধাদি বিন্ধিলে। লগত অজিতদা আৰু মহিমদা আছিল। ভুঞাদেৱৰ অসন্তোষৰ কথা ভাবি মই বিচলিত হলোঁ। তেওঁলোকৰ আগত ভুঞাদেৱৰ অজানিতে আঘাত দিবলগীয়া কথাও উনকিয়ালোঁ। অজিতদাই তেওঁৰ ভাগত পৰা 'সুগ্ৰীব'ৰ ভাওটিকে দিয়াৰ কথা তুলিলে। তাত কিন্তু মহিমদাৰ আপত্তি। কমিটিয়ে বাচনিত হাত দিলে নাট্য সমিতিৰ নিয়ম ভঙ্গ হ'ব। দুয়োজনে আন এটি চৰিত্ৰ উদ্ভাবনৰ কথা ক'লে। সিইদিনা নিশা দুপৰলৈকে চিন্তা কৰি 'জটায়ু'ৰ চৰিত্ৰ এটি লেখি উলিয়ালো। অতিৰিক্ত দৃশ্য। মূল নাটত নাই।

☐ ☐ পিছদিনা সন্ধিয়া আকৌ আখৰা আৰম্ভ হ'বৰ সময় হ'ল। সিদিনা দেখিলোঁ ভুঞাদেৱে সাজি-কাচি আহিছে। মুখত হাঁহি এমোকোৰা। অৰ্থাৎ বাতৰি ইতিমধ্যে বিয়পিল। একো গুপুত হৈ থকা নাই। নাটখন লৈ অজিতদাই পোনতেই ক'লে—আজি ভুঞাৰ দৃশ্যটিৰে আৰম্ভ কৰোঁ।

: ভুঞাৰ কি ভাও ?—গিৰীশ চৌধুৰীয়ে সুধিলে।

: জটায়ু···। —সমস্বৰে উত্তৰ আহিল।

: হয়নেকি ? দিয়া ভাই, আগতে বানৰ হৈ পৃথিবী কঁপাই দিলা। এইবাৰ পক্ষী সাজি আকাশ তাল-ফাল কৰি দিয়া।

—এইবুলি চৌধুৰীয়ে ৰাবণৰ বচন গাবলৈ ওলাল। সমবেত কণ্ঠৰ হাঁহিৰ হেন্দোলনিত মঞ্চ মুখৰ হৈ উঠিল।

: বাইজে আশীৰ্ব্বাদ কৰক। —এইবুলি ভুঞাদেৱে প্ৰণাম জনাই আখৰাৰ কাৰণে সাজু হ'ল।

হাত দুখনেৰে আংগিক অভিনয়ৰ সূচনাৰে ভুঞাদেৱে বচন আওৰাই

মঞ্চ সজীৱ কৰি তুলিলে। ফলত আনন্দমুখৰ পৰিবেশৰ সৃষ্টি হ'ল। সিদিনাখে পৰা আন দৃশ্যৰ নহ'লেও জটায়ুৰ আখৰা নিয়মিতভাৱে চলিল।

অভিনয়ৰ নিশা ভূঞাদেৱে সকলোকে স্তম্ভিত কৰিলে। ফুট গধূলীতে দুখন ডাঙৰ ডেউকা লৈ ছোঁঘৰ সোমালহি। সকলো আচৰিত হ'ল। ইমানবোৰ পাখী ক'ত গোটালে? পিছত অহুকাণে-পহুকাণে শুনিলোঁ, বচন পোৱাৰ দিন ধৰি ভূঞাই অফিছলৈ ওলোৱাৰ সময়লৈকে বাঁহৰ তলে, গছৰ তলে চৰাইৰ পাখী বুটলি ফুৰে। দুই-এজন গৰখীয়া ল'ৰাই ভূঞাদেৱৰ গতি-গোত্ৰ দেখি 'ভূঞাক ভূতে পালে' বুলিও হেনো ঠাই বুজি বু-বা কৰিছিল।

'ৰক্ষকুমাৰ'ৰ অভিনয় শেষ হ'ল। এবাৰ নহয়, প্ৰায় চাৰি-পাঁচবাৰ। ভূঞাদেৱে 'জটায়ু'ৰ ভাও প্ৰাণটাকি অভিনয় কৰিলে। আমিও নাট্যকাৰ স্বৰূপে আনন্দিত হ'লো।

ভূঞাদেৱৰ সতে বন্ধুত্ব নিকপ্‌কপীয়া হ'ল। বাটে-ঘাটে, নাৱে-জাহাজে দেখা পালেই ওচৰ চাপে। নাট আৰু অভিনয়ৰ কথা উলিয়াই। ভূঞাদেৱে দেখিছোঁ অসমীয়া ছপা নাট প্ৰায়বোৰ পঢ়িছে। বহুতো নাটকত অংশ গ্ৰহণো কৰিছে। অতুলচন্দ্ৰ হাজৰিকা ভূঞাদেৱৰ প্ৰিয় নাট্যকাৰ। ইতিমধ্যে '৺লক্ষীৰাম নাট্যমন্দিৰ'ত অভিনীত হোৱা হাজৰিকাদেৱৰ সকলো নাটকতেই তেওঁ গ্ৰহণ কৰিছে। তাৰ ভিতৰত 'কনৌজ কুঁৱৰী' নাটকৰ 'কুতুব'ৰ চৰিত্ৰ আৰু 'শ্ৰীৰামচন্দ্ৰ'ৰ হনুমানৰ চৰিত্ৰ ৰূপায়ন কৰি তেওঁ নিপুন অভিনেতাৰূপে প্ৰতিষ্ঠিত হৈছে। এয়া তেওঁৰ নিজা স্বীকাৰোক্তি। অভিনয়ৰ আদালতত দিয়া 'এফিডেবিট'।

এদিন ভূঞাদেউ মোৰ গুৱাহাটীৰ ঘৰ ওলালহি। অহাৰ কাৰণ সুধিলোঁ। ভূঞাদেৱে এটি প্ৰস্তাৱ তুলি ধৰিলে। প্ৰস্তাৱটোৰ থুল-মূল কথা হ'ল— এখন নাট মেলিব। হাজৰিকাৰ 'শ্ৰীৰামচন্দ্ৰ'। তেওঁ হনুমানৰ ভাও দিব আৰু মই ৰামৰ ভাও ল'ব লাগে। কথাটো সমৰ্থন কৰি উত্তৰ গুৱাহাটীৰ নাট্য সমিতিৰ কৰ্মকৰ্তা সকলক কবলৈ মই গাত ললোঁ। কিন্তু ভূঞাদেৱৰ আপত্তি। এইখন নাট নাট্য সমিতিৰ

অভিনয়তে নহয়, নিজে ব্যৱস্থাপকৰ দায়িত্ব ল'ব। অঞ্চলৰ বচা বচা অভিনেতা লৈ নাট মেলিব। টিকটৰ ব্যৱস্থা হ'ব। বাহি ধন নাট্য মন্দিৰৰ পুঁজিলৈ দান স্বৰূপে আগবঢ়াব। ভুঞাদেৱৰ কথাত একো নভবাকৈ মান্তি হলোঁ। তেওঁ ক'লে—

: মাষ্টৰ, আপুনি ৰাম, মই হনুমান। খুউব জমিব। —এই বুলি বহুপৰ চেপি ৰখা হাঁহিটো আৰু চন্তালিব নোৱাৰিলে। মুখ ফালি হেঃ হেঃ শব্দ ওলাই আহিল। মুখত পাগুলি থকা তামোলৰ পিকৰ ফুলজাৰি মাৰি নিজৰ আৰু মোৰ কাপোৰ ফাকু বহণেৰে বোলাই দিলে। ভুঞাদেউ গ'লগৈ। যাবৰ সময়ত তেওঁ বাৰে বাৰে কৈ গ'ল— 'মাষ্টৰ, আপুনি ৰাম, মই হনুমান। দেখিব, এই অভিনয় খুউব জমিব'।

ভুঞাদেউ যোৱাৰ লগে লগেই মই কথাটো পাহৰিলোঁ। ভুঞাদেৱে কথাটো কাকো সদৰি নকৰি গুপুতে ৰাখিবলৈ কৈছিল। কিন্তু দেখিলো, কথাটো গুপুত হৈ থকা নাই; ইতিমধ্যে উত্তৰ গুৱাহাটীত কথাটো ভালদৰে প্ৰচাৰ হৈছে। ভুঞাদেৱে 'কথাটো কাকো নকব' বুলি অনুৰোধ কৰি প্ৰায় সকলোকেই কৈছে। দুই-এজনে মোকো কথাটো সোধে। মই নাজানো বুলি ভুঞাদেৱৰ অনুৰোধ সতৰ্কতাৰে ৰক্ষা কৰোঁ।

এনেদৰে এদিন-দুদিন নহয়, দুবছৰ পাৰ হ'ল।

১৯৪২ চন। মই চাকৰি এৰি ভলন্টিয়াৰ হলোঁ। আনহাতে দ্বিতীয় মহাসমৰৰ দলদোপ-হেণ্ডোলদোপ। ৰাজ্যজুৰি ব্লেক আউট। এনে সময়ত নাট অভিনয়ৰ কথা সমূলি তল পৰিল।

□□ ১৯৪৭ চন।

ভাৰত আঁতৰিল। যুদ্ধৰ সামৰণি পৰিল। দেশ স্বাধীন হ'ল। বহুদিন নিতাল মাৰি থকা নাট্য মন্দিৰবোৰ আকৌ সজীৱ হৈ পৰিল। ৺ লক্ষ্মীৰাম নাট্য মন্দিৰৰো বহুদিন বন্ধ হৈ থকা দুৱাৰ আকৌ মুকলি হ'ল। নাট অভিনয়ৰ আয়োজন চলিল। কিন্তু নাটৰ ৰূপ

সলনি হ'ল। নতুন নাট ওলাল। 'মণিৰাম দেৱান', 'পিয়লি ফুকন' ইত্যাদি।

উত্তৰ গুৱাহাটী নাট্য সমিতিয়ে নাট মেলিবলৈ লৈছে। —'পিয়লি ফুকন।' জোৰ আখৰা চলিছে। মই পাৰাপাৰ হৈ আখৰাত উপস্থিত হওঁ। মোৰ ভাগত পৰিছে পিয়লিৰ ভাও। ভূঞাদেউ গাবো গাম। আখৰাৰ সময়ত ছেগ বুজি তেওঁ ওচৰ চাপে। আকৌ সেই 'শ্ৰীৰামচন্দ্ৰ' নাটৰ কথা তোলে। এইবাৰ 'পিয়লি ফুকন'ৰ অভিনয়ৰ পাছতে 'শ্ৰীৰামচন্দ্ৰ'ৰ আখৰা আৰম্ভ কৰিব। —'আপুনি ৰাম, মই হনুমান; খুউব জমিব' চলিথকা আখৰাৰ মাজতে আমনি নকৰাকৈ ফুচফুচাই ভূঞাদেৱে কথা তোলে; ময়ো শলাগী থওঁ।

এনেদৰে চতুৰ্থ দশকৰ সামৰণি পৰিল। পঞ্চম দশকৰ লগে লগে মঞ্চত এটি নতুন বতাহৰ আৰম্ভণি হ'ল। সহ-অভিনয়ৰ সূত্ৰপাত হ'ল। পুৰুষে স্ত্ৰী চৰিত্ৰ ৰূপায়ণ কৰা কথাটো কিবা আপচু লগা হ'ল।

ইফালে ৰাজনীতিৰ বতাহ। প্ৰথম সাধাৰণ নিৰ্বাচন আহিল। ৰাজনীতিৰ নিচাও কম নহয়। এবাৰ ধৰিলে সহজে এৰা টান। তদুপৰি সভা-সমিতিত বক্তৃতা দিয়া আৰু মঞ্চ অভিনয় কৰা সকলো একে যেন লগা হয়। বক্তৃতাতো সাফল্যৰ হাততালি আৰু কেতিয়াবা তিৰস্কাৰৰ কিৰিলি বক্তাৰ কপালত ঘটে; অভিনেতাৰ ভাগ্যত ঘটাৰ দৰেই। সেয়ে বক্তৃতা মঞ্চতো আমেজ পোৱা হ'লো। অভিনয়ৰ কথা পাতলিল। উত্তৰ গুৱাহাটীৰ মঞ্চ এৰি গাঁৱে-ভূঞে সোমাই পৰিলোঁ। ভুঞাদেৱৰ অনুৰোধৰ কথা প্ৰায় পাহৰিলোঁ!

১৯৫২ চনৰ নিৰ্বাচনত অংশ ল'লো।

গুৱাহাটী সমষ্টিৰ লোকসভাৰ প্ৰাৰ্থী হ'লো। ছ'ছিয়েলিষ্ট দলৰ কংগ্ৰেছৰ প্ৰাৰ্থী হ'ল স্বৰ্গীয় ৰোহিনী কুমাৰ চৌধুৰী। তুমুল প্ৰতিদ্বন্দ্বিতা চলিল। শেষত পৰাজিত হ'লোঁ। উত্তৰ গুৱাহাটীলৈ অহা-যোৱা কমিল। ভূঞাদেৱৰ অভিনয়ৰ প্ৰস্তাবৰ কথা সমূলি পাহৰিলোঁ।

১৯৫৩ চনৰ মাঘ-বিহু।

মুকলি মঞ্চত অভিনয়ৰ সমাৰোহ পাতিছে। লতাশীল পথাৰত দুদিনীয়াকৈ নাট মেলা হৈছে। প্ৰথম নিশা 'পিয়লি ফুকন' অভিনয় শেষ কৰি গ্ৰ' ঘৰত সাজপাৰ সলাইছোঁ; দেখিলোঁ—দুই এজন উত্তৰ গুৱাহাটীৰ লোকৰ লগত ভূঞাদেউ। কাষচাপি ভূঞাদেৱে ক'লে—

: এতিয়া আপুনি আজৰি পাইছে, দুদিনমান উত্তৰ গুৱাহাটীত থকাকৈ আহক, নাটকখন মেলোঁ। আপুনি দুদিন আখৰাত উপস্থিত থাকিলে বাকীখিনি মই পাৰিম। শইকীয়াক সীতাৰ পাৰ্টৰ কাৰণে মান্তি কৰাইছোঁ। কথা শুনি মই সেই সময়ত একো নভবাকৈ 'হ'ব হ'ব' বুলি শলাগী ভূঞাদেৱক বিদায় দিলোঁ।

-দিনবোৰ বাগৰি যায়। ভূঞাদেৱৰ সেই অনুৰোধৰ কথাও মনৰ মাজতে হেৰাই যায়। গুৱাহাটীৰ মঞ্চ, বিহুতলী আৰু ৰাজ্যৰ বিভিন্ন ঠাইত মুকলি মঞ্চ অভিনয়ৰ আগৰণুৱা হ'লো। এই ব্যস্ততাৰ মাজত ভূঞাদেৱৰ কথা পাহৰি থাকোঁ।

১৯৫৭ চন।

আকৌ সাধাৰণ নিৰ্ব্বাচন আহিল। এইবাৰো প্ৰাৰ্থী হৈছোঁ। কমলপুৰ বিধান সভা সমষ্টিত।

এদিন গধূলিৰ ফেৰিত পাৰ হৈছোঁ। গাড়ী আগতেই পাৰ কৰি থোৱা হৈছে। পষ্টাৰ, হেণ্ডবিল আদি লৈ দুজনমান কৰ্মীৰে জাহাজত উঠিছোঁ। দেখিলোঁ, ভূঞাদেৱো জাহাজত উঠিছে। ওচৰলৈ গৈ মাত লগালোঁ। ভূঞাদেৱে মোক দেখিয়েই হাঁহি মাৰি ক'লে—

: আজি বহুতদিন আপোনাক লগ পোৱা নাই। "শ্ৰীৰামচন্দ্ৰ' নাট-মেলাৰ কথা কিন্তু মই এৰি দিয়া নাই। দুই-এজন ভাল অভিনেতাক হাত কৰিছোঁ। আপোনাৰ নিৰ্বাচন শেষ হওক। বিহুৰ সময়তে নাটকখন পতাৰ দিহা কৰিম।

মই সিদিনা বন্ধৰ দিনত গুৱাহাটীলৈ অহাৰ কাৰণ সুধিলোঁ। তেওঁ ক'লে—আজি টকী চাবলৈ আহিলোঁ। মেটিনি চাম। বিজুলী ছিনেমাত এখন ভাল টকী আহিছে—'ৰামভক্ত হনুমান।' হনুমানৰ

নেজৰ খেলা বৰ ভাল দেখুৱাইছে। আমাৰ নাটকত তেনে দৃশ্য নাই। তথাপি দুই-এটা দৃশ্য তেনেদৰে জুৰি দিব লাগিব।

পাৰ পাই ভূঞাদেৱৰপৰা বিদায় লৈ মই গাড়ীৰে সোনেশ্বৰমুৱা হ'লোঁ।

নিৰ্ব্বাচনত এইবাৰো পৰাজিত হ'লোঁ। মনলৈ অবসাদ আহিল। ইফালে ঘৰুৱা সমস্যাই জুমুৰি দি ধৰিছে। তথাপি ৰাজনীতি আৰু অভিনয় এৰিব নোৱাৰিলোঁ। 'কামৰূপ নাট্য সমিতি,' 'প্ৰাগজ্যোতিষ কলা সংঘ' আদি অনুষ্ঠানে পতা অভিনয়ত 'ৰজা' সাঁজো। অভিনয়ত ৰজা সাঁজো সঁচা, কিন্তু অশেষ যত্ন কৰিও বাস্তবৰ ৰাজযজ্ঞত ভূমুকি মাৰিবলৈ ৰাইজৰ সহযোগ নাপাওঁ। অৰ্থনৈতিক হেঁচাতো জুৰুলা হৈ পৰিছোঁ। উত্তৰ গুৱাহাটী মোৰ বাবে বহুদূৰ যেন লগা হ'ল। তথাপি এদিন পাৰ হৈছোঁ। শিল সাঁকোৰ বন্ধু এজনৰ ছোৱালীৰ বিয়া। নগ'লে নহয়। দিনৰ আঢ়ৈ বজাৰ ফেৰিত পাৰ হৈছোঁ। বিয়া ঘৰত দেখা দি মোৰ ভাত ঘৰ অজিত বৰুৱাৰ ঘৰলৈ গ'লোঁ। অজিতদা নাই; গুৱাহাটীলৈ পাৰ হৈছে। বৌক পালোঁ, চম্পাবৌক। চম্পাবৌৰ-পৰাই অঞ্চলৰ ভাল-বেয়াৰ বাতৰি ল'লোঁ। চম্পাবৌৱে কথা প্ৰসংগত ক'লে—

ঃ সকলোৰে ভালেই। বেয়া পুৰণা ককাদেউৰহে, বৰ অসুখ। আজি বহুত দিনৰপৰা অসুখত ভুগিছে।

বুকুখন চিৰিং কৰি গ'ল। উভতি আহোঁতে ভূঞাদেউৰ ঘৰত সোমালোঁ। নৰিয়াপাটীৰ ওচৰলৈকে গ'লো।

ভূঞাদেউ শুই আছে। ক্ষীণাই শুকাই জঁকা ওলাইছে। মোক চিনি পাই হাঁহি মাৰি গাৰুটোত আঁউজি বহিল। সেহাই সেহাই ক'লে—

ঃ বৰ ভুগিছোঁ মাষ্টৰ! কিন্তু ভাল হ'ম। ডাক্তৰে বহুতো দামী দামী ঔষধ দিছে। সেইবোৰ নিয়মমতে খাইছোঁ। পথ্যও খাইছোঁ। আঙুৰ, বেদনা, চবাইৰ কণী খাইছোঁ। ভাল হ'ম। এইবাৰ গা

ভাল পালেই আমি আখৰা পাতিম। আপুনি কিন্তু সাজু থাকিব। সেইদিনা মহিম, অজিতকো কৈছোঁ। সিহঁতেও সহায় কৰি দিওঁ বুলিছে।

মই বেছি সময় কথা ক'ব নোৱাৰিলোঁ। কিবা অপৰাধী অপৰাধী যেন লাগিল। প্ৰণাম জনাই বিদায় ল'লো।

☐ ☐ কেইমাহমানৰ পাছৰ কথা। এখন চিঠি পালোঁ। ডাকত অহা নহয়, হাতত অহা চিঠি। লেখিছে মহিমদাই: উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰৰ পৰা। চিঠিখন দীঘলীয়া। বহু কথাৰে ভৰা চিঠি। নিজৰ, দহৰ আৰু অঞ্চলৰ কথা কঢ়িয়াই অনা চিঠি। চিঠিৰ সম্পূৰ্ণ পাঠৰ পৰিবৰ্তে অংশ বিশেষ তুলি দিলোঁ।।

মৰমৰ মাষ্টৰ,

বহুদিন তোমাক লগ পোৱা নাই। এদিন ৰাতি থকাকৈ আহি-বাছোন। বহু কথা পাতিবলৈ আছে। তদুপৰি নতুন ধান চপা-ইছোঁ। তুমি আহিলে ন খাম বুলি বৈ আছোঁ। এটা কথা, তোমাৰ হনুমান (ভূঞা)ৰ মৃত্যু হ'ল। মানুহজনে মুক্তি পালে, তুমিও নিশ্চয় নিষ্কৃতি পালা। আমিহে তোমালোকৰ হ'বলগীয়া অভিনয়খন চাব নাপায় মৰ্মান্তিক বেজাৰ পালোঁ। মৰম ল'বা। ইতি—

৩/১২ তোমাৰ মৰমৰ

ৰুদ্ৰেশ্বৰ মহিমদাদা

চিঠিখন পঢ়ি ম্ৰিয়মান হ'লোঁ। অনুতাপ অগনিত দেই-পুৰি মৰিলোঁ। ভূঞাদেৱে মুক্তি পালে সঁচা, কিন্তু মই নিষ্কৃতি পালোঁ জানো? বহু ভাল-বেয়া অভিনয় কৰিছোঁ; কেতিয়াবা 'বাঃ বাঃ' পাইছোঁ সঁচা, ঠিক সেইদৰে কেতিয়াবা তিৰস্কাৰ আৰু 'ছিঃ ছিঃ' নোপোৱাও নহয়। তেনেস্থলত ভূঞাদেৱে বিচৰা এই অভিনয়খন কৰিবলৈ মই অবহেলা কৰিলোঁ কিয়? অলপ যত্ন কৰিলেই এই অভিনয় সম্ভৱ হ'লহেঁতেন। কিন্তু নকৰিলোঁ কিয়? আজি তাৰ উপায় নাই। এতিয়ালৈকে অভিনয় কৰা বহু অভিনয়ৰ কথাই পাহ-

ৰিলোঁ ; কিন্তু এই নকৰা অভিনয়খনৰ কথাই কাললৈকে মনত থাকিল। ভূঞাদেৱৰ মৃত্যুৰ পাছৰেপৰা ক'ৰবাত 'শ্ৰীৰামচন্দ্ৰ'ৰ কথা শুনিলে মোৰ মনটো চেবাই যায়। অনুতাপত জ্বলি-পুৰি মৰোঁ। ক'ৰবাত হনুমানৰ ছবি দেখিলে, সেই মুখত ভূঞাদেৱৰ প্ৰতিচ্ছবি দেখোঁ। সেই ছবি-বোৰে মোক যেন উপলুঙা কৰে। কাণত বাজি উঠে ভূঞাদেৱৰ সেই কথা—'হাজৰিকাৰ নাট ৰামচন্দ্ৰ। আপুনি ৰাম, মই হনুমান। খু—উ—ব জমিব।'

এই নকৰা অভিনয়খনে মোক বৰকৈ পীড়া কৰে। ই যেন মোৰ প্ৰাণত শক্তিশেল।

☐ ☐ ১৯৭৪ চন।

'অতুল জয়ন্তী' পাতিছে। হাজৰিকাৰ নাটকৰপৰা ন-পুৰণি অভি-নেতা-অভিনেত্ৰী লগ হৈ দৰ্শ্যাভিনয় কৰাৰ কথা উঠিছে। যুগলদা (যুগল দাস) ই মোৰ ওচৰ চাপি ক'লেহি—

ঃ লক্ষ্য, এইকেইখন হাজৰিকাৰ নাটক বাচি আনিছোঁ। 'শ্ৰীৰামচন্দ্ৰ,' 'নন্দ দুলাল,' 'কুৰুক্ষেত্ৰ' ইত্যাদি। ভূঞাদেৱৰ কথা মনত পৰিল। ঠোৰতে যুগলদাক কথাটো কৈ নাটখন আঁতৰাই ৰাখিবলৈ ক'লোঁ। এছোৱা কৰাৰ কথা গাত ল'লোঁ। যুগলদাই মোৰ অনুভূতি বুজিলে।

ঃ এৰা, বৰ উপাদেয় চৰিত্ৰ। এইজনা অভিনেতাৰ কথা লিপি-বদ্ধ কৰিব লাগে।

দুটা দশক আকৌ দেও দি আহিলোঁ। কিন্তু এই শক্তিশেলৰ-পৰা উদ্ধাৰ পাবলৈ মোৰ দেখিছোঁ উপায় নাই। মোৰ এই শক্তি-শেল কাললৈকে নিগাজী হ'ল। কিয়নো, বিষল্যকৰণি আনি এই বেদনা নিৰাময় কৰিবলৈ হনুমান ক'ত? সেইজন হনুমানৰ যে মৃত্যু হ'ল!! ☐ ☐

# অভিমন্যু

সিদিনা তাক তেনেদৰে লগ নোপোৱা হলেই ভাল আছিল। কিন্তু লগ পালো। বৰ আকস্মিক ভাবে। বৰ আচহুৱা ঠাইত। আপচু পৰিবেশত।

ঘটনাবোৰ দেখিছো এনেদৰেই ঘটে। নহলে আজি প্ৰায় আঢ়ৈ কুৰি বছৰৰ মূৰত তাক এনেদৰে লগ পোৱাৰ হেতু কি? মনত আচোঁৰ মাৰিবলৈয়ে এইবোৰ ঘটনা এনেদৰে ঘটে নেকি? হয়টো সেয়েই।

বাইশ ফেব্ৰুৱাৰী। ১৯৮৭ চন। তেতিয়া দিনৰ ৩-৩০ বাজিছে। ৰদ সেমেকি আহিছে। পানবজাৰৰ পৰা উভতিছো। ঘৰ বুলি। কলেজৰ হোষ্টেলবোৰ পাৰ হৈ ষ্টেচন ৰ'ডৰ সেই পুলিচ পইণ্টটোৰ ওচৰ পাইছো। এনেতে মন ঘূৰিল। ডিব্ৰুগডলৈ ৰাতিৰ বাছ কোন সময়ত এৰে কিমান ভাড়া, নিজেই সুধি যাওঁ। নিজৰ লৰা এজনক এই বিষয়ে পাচিছিলো। তথাপি মন গল। বেগাই খোজ ললো। ষ্টেচনৰ কাষেদি গৈ কাঠৰ দলঙত উঠিলো। পাৰ হৈ বাছ ষ্টেণ্ডত ওলালোগৈ। জানিব লগীয়া কাম খিনিৰ বুজ লৈ উভতিলো। দলং উঠি দুই চাৰিটা চিৰি বগাই ওপৰলৈ উঠিছো। এনেতে চিৰিৰ এচুকত বহি থকা এজনে মাত লগালে, “এইজন চৌধুৰী নহয়নে?” থমকি ৰলো। কোনে মাতিছে? এইবোৰ দেখোন ভিক্ষাৰী আৰু বেমাৰী মানুহ। আচৰিত হৈ ঘূৰি চালো। দেখিলো, “এজন বুঢ়া মানুহ বহাৰ পৰা উঠিছে। গাত এখন উৱলি যোৱা কাশ্মীৰী চাদৰ। পিন্ধনত মলিয়ন পেণ্ট কোট। দাঢ়িয়ে গোফে ভোবোকাৰ। মুৰৰ চুলিবোৰ পকা—দাঢ়ি গোফবোৰ পকিছে যদিও সমুলি বগা নহয়। হাতত এটা আধা পোৱা চিগাৰেট। মই অবাক হৈ চাই থকা দেখি নিজেই ধৰিলে “মোক চিনা নাই নহয়, মই অনুকূল। তাহানিৰ

কলেজৰ সহপাঠী।

"তই অনুকুল! কৰ পৰা আহিলি? ইযাত বহি কি কৰিছ? তোৰ কি হৈছে।" একেলগে বহু প্ৰশ্ন সুধিলো।"

"কি হৈছে, সুধিছ। কিন্তু কি হোৱা নাই সুধিলেহে উত্তৰ দিবলৈ উজু হলহেতেন।"

"আজি চাৰি পাচ মাহেই হল নেকি? অসমলৈ আহিলো। পোনতে উজনিত আমাৰ গাৱঁলৈকে গলো। আজি প্ৰায় দুমাহেই হল ইযাত আছোহি। দুই এদিনতে অসম এৰিম বুলি ভাবিছো। বাৰু সেইবোৰ যাওক, তোৰ ভালনে? তই মেয়ৰ, মন্ত্ৰী বহুত কিবা কিবি হলি নহয়? তোক এইদৰে বাট বুলি ফুৰোতে লগ পাম বুলি ভবাই নাছিলো। ভাবিছিলো গাড়ীৰে আহযাহ কৰ। আহিয়েই তহঁতৰ খবৰ লৈছিলো। হৰেশ্বৰ (গোস্বামী), ৰমেশ (চৌধুৰী) হতৰ। হৰেশ্বৰ ঢুকুৱাৰ খবৰ তেতিয়া বোম্বাইত থাকোতেই পাই-ছিলো। ইযাত আহি গম পালো অলপতে ৰমেশো ঢুকাল। খেদলা ধৰ্ম্মানন্দ (দাস), এৰা সিও ঢুকাল।"

খট-খটিত মানুহৰ ভিৰ। আমি এনেদৰে কাষতে কথা-পাতি থকাত আহ যাহত বাধা পৰিছে। সেয়ে দুয়ো অতৰ্কিতে ওপৰলৈ উঠিলো। দলঙৰ মাজ পালোহি। তাৰে এচুকত দুয়ো থিয় হলো। সি সুধিলে— "তোৰ লৰা ছোৱালী কি?" থোৰতে উত্তৰ দি তাকো সুধিলো— "তোৰ আকৌ?"

সি এটা ক্ষীণ হাঁহি মাৰি কলে— "জীৱনত সেইটোৱেই কিজানি ভাল কাম কৰিলো। বিয়া নহল বা কৰাবৰ নহল। বিয়াৰ কথা মা উঠাইছিল— কোনোবা আমাৰ উজনিৰ বাগিছাৰ মালিক হেনো— মাৰ কাষো চাপিছিল। কিন্তু এনেত মাৰ কঠিন ৰোগ হল। মাক চিকিৎসাৰ কাৰণে বোম্বাইলৈ লৈ গলো। এবছৰ মান বৰ কষ্ট ভুগি মা ঢুকাল। দেউতা তো মই কেচুৱাতেই ঢুকাল। নিজৰ বুলিবৰ মা জনী আছিল। মা ঢুকুৱাৰ পিছত মই বৰ নিঠকৱা হলো।

"তাৰ পিচত বহু ঘটনা। সেইবোৰ শুনি হয়তো তই ভাল নাপাবি। মা মৰাৰ ছয়মাহমান পিছৰ পৰাই মই নৰকলৈ নামিলো। বন্ধু জুটিল— বহুত বন্ধু জুটিল। মই ইংৰাজ কোম্পানীত কাম কৰো। ভাল কাম ভাল বেতন। বোম্বাই ডাঙৰ নগৰ। তাত মাক-বাপেকৰ বাহিৰে সকলো পায়। অৱশ্যে পয়চাৰ বিনিময়ত। মোৰ এজন বিশেষ সংগী জুটিল। পুৰুষ নহয় মহিলা। গাভৰু বুলিলে সঠিক কোৱা নহব। তথাপি কিবা এটা আকৰ্ষণ তাইৰ আছিল। তাইক লৈ মই বহু সপোন দেখিলো। এতিয়া কিন্তু উভতি চাই দেখো সেইবোৰ দুস্বপ্ন।" মোক এৰি তাই ক্ষন্তেকো থাকিব নোৱাৰা হল। ময়ো তাইক যেন পত্নী স্বৰূপেই পালো। শেষত তাই বিয়াৰ কথাও তুলিলে। ৰাজী হলো। কিন্তু এনেতে কি হল জান ? তাই পলাল। মোৰ আন এজন বোম্বাইৰ বন্ধুৰ লগত। পলাল বুলিলে হয়তো ভুল হব। তাই গল গৈ। বন্ধুৰ লগত ডুবেইলৈ। তাতে দুয়োৰে বিয়া হল। মই এখন সেই বিয়াৰ নিমন্ত্ৰণী চিঠিও পালো। মোৰ মন ভাগিল। মন পাতলবালৈ মই নিচাত আশ্ৰয় ললো। নিচাৰ লগৰী অনেক। শেষত সকলো নিচাতে মই অভ্যস্ত হলো। এখন নতুন পৃথিৱীৰ মানুহ হলো। সচাঁবোৰ মিছা মিছা লগা হল। মিছাবোৰ জলন্ত সত্য যেন অনুভৱ হল। সেয়ে সচা কোম্পানীৰ সচা চাকৰিটোৰ পৰা এৰা পৰিবলগীয়া হল। বোম্বাইৰ এক অদ্ভুত পৰিবেশত সোমাই পৰিলো। ই ব্যূহ। চক্ৰ ব্যূহ। সোমালে ওলাব নোৱাৰি। অভিমন্যুৰ দৰে হলো। সোমালো কিন্তু এতিয়া ইচ্ছা কৰিলেও ওলাব নোৱাৰো।

"দ্ৰোণাচাৰ্য্য, দুৰ্য্যোধন, দুশাসন, কৰ্ণ, জয়দ্ৰথ আদি সপ্তৰথীয়ে অন্যায় ভাৱে অভিমন্যুক বধ কৰিছিল। মহা পৰাক্ৰমী ভীম, নকুল, সহদেৱ আনকি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ আদিয়ে দেখিও একো কৰিব নোৱাৰিলে। অন্তৰ্য্যামী ভগৱান শ্ৰীকৃষ্ণই অৰ্জুনক আনফালে আতৰাই অভিমন্যুৰ মৰণ সহজ কৰি দিছিল। সকলোৱে পঙ্গু আৰু ক্লীৱৰ দৰে অভিমন্যুক

মৰিবলৈ এৰি দিলে।

"মোৰো সেই একে দশাই হৈছে। ময়ো এই দুষ্ট ব্যূহত সোমাই পৰিছো— এতিয়া ওলাব নোৱাৰো। মদ, ভাং, কানি, হেৰইন আদি সপ্ত ৰথীয়ে বেঢ়ি ধৰি অন্যায় ভাবে মোৰ মৃত্যু বিহাবলৈ তীক্ষ্ণাস্ত্র জুৰিছে। তইঁতৰ দৰে মন্ত্ৰী, মেয়ৰ, সমাজকৰ্মী আৰু বৰ বৰ ডা-ডাঙৰীয়াই এই অন্যায় মৰণ নিজে দেখি আছে। কিন্তু ভীৰু আৰু ক্লীৱত্বৰ কাৰণে তইঁতে এই ব্যূহ ভাঙিব পৰা নাই। তথাপি শ্ৰীকৃষ্ণই বিচৰাৰ দৰে সমাজৰ বৰমূৰীয়া সকলে আমাৰ এনে মৃত্যু কামনাই কৰিছে।"

অনুকুল সেই আগৰ অনুকুল হৈয়ে আছে। শৰীৰটো ভাঙিছে। হয় মনটো ভঙা নাই। মই তাক বুজনি দি কলো— "তই ঘৰতে কিছুদিন থাকিব লাগিছিল। তই ঘৰ এৰি আহিলি কিয় ?"

"সেইবোৰ বহুত কথা। থাকিম বুলিয়েটো গৈছিলো, ভাবিছিলো পিতৃ ভিঠাতেই মোৰ এই অপৱিত্ৰ দেহাটো এৰি কিঞ্চিৎ পুণ্য অৰ্জ্জন কৰো। ইহকালৰ মোহ এৰি পৰকালৰ কথা ভাবিলো। কিন্তু নহল।

"মই গৈ মোৰ আৰু ভতিজাটোৰ ঘৰতে উঠিলোগৈ। থাকিলো —প্ৰায় দুমাহেই থাকিলো। ভতিজা বোৱাৰী জনীয়ে বৰ যত্ন লৈছিল। বন পাচলীৰে বিভিন্ন ব্যঞ্জন ৰান্ধি খুৱাইছিল। বহু দিনৰ মুৰত মাটি কাচুৰী, মানিমুনি, ভেদেইলতা আদিৰে ৰন্ধা সৰু মাছৰ জোল বৰ মুখত লাগিছিল। চিৰভক্ষ্য সেই বস্তু কেইপদ বৰ কষ্টৰে বাদ দি চলিছিলো। লাহে লাহে তাতেই মজ হৈছিল। গাটোত অলপ বলো পাইছিলো। আমাৰ গাৱঁত এইবোৰ বস্তু অচল বুলি ভাবি নিশ্চিন্ত আছিলো। কিন্তু শেষত বাহিৰ ওলাই দেখিলো— সেইবোৰ আমাৰ গাৱঁতো পোৱা হৈছে। মন সামৰিব নোৱাৰিলো। দুদিনমান একেৰাহে তাকে বিচাৰি ওলালো। দুই এটা ঘানিও উদ্ধাৰ কৰিলো। কলম্বাচে যেন আমেৰিকা আৱিষ্কাৰ কৰিলে। মোৰ তেনে ভাৱ হল। মই তাত আকৌ ডুব গলো। গাৱঁৰ ডেকা কেইজনমান মোৰ বন্ধু জুটিল। সিহঁতে মোক বৰ আদৰ কৰা হল। মই আকৌ সেই ব্যূহত

সোমাই পৰিলো। সিহঁতে লোকৰ বাৰীৰ তামোল, নাৰিকল চোৰ কৰি হাটত বেছে। নিশা লাওপানী ফটিকা আদি খায়। ভাওৰ চিলিমো ঘূৰে। মই সিহঁতৰ গধুলিৰ বৈঠকত মুখ্য অতিথি হৈ পৰিলো।

"পোনতে ভতিজা বোৱাৰী জনীয়ে কিবা ভূ পাই বুলি তুই এঘোক গিলি সোনকালে উভতিছিলো। কিন্তু লাহে লাহে মাত্ৰা বাঢ়িল। তুই এদিন মনে মনে আহি বাহিৰত পিৰালিতে শুই থাকিলো। বোৱা-ৰীয়ে ভাত পানী আখলতে গৰম কৰি থৈ দিয়ে। মোৰ খোৱা নহয়। যৰে ভাত ততেই থাকে। ভতিজা লৰাজনে মোৰ এই ৰোগৰ লক্ষণ ধৰিলে। কিন্তু বোৱাৰীয়ে ধৰিব পৰা নাছিল। এনেদৰে বঢ়া ভাত বঢ়াতে থকা দেখি হয়তো বেজাৰো পাইছিল।

"এদিন বৰ বেয়া ঘটনা এটি ঘটিল। সেইদিনা বৈঠক বৰ জমিছিল। বহু পৰলৈকে সেইবোৰ চলিছিল। মাজ নিশা ঘৰলৈ উভতিছো। গাত একেবাৰে হুচ নাই। তুই এজন নতুন বন্ধুই হেচি ঠেলি ঘৰৰ নঙলাৰ মুখত থৈ গল। মোৰ মেজাজ উৰ্দ্ধত। কিবা ৰাজপুত্ৰৰ ভাৱ। নঙলা মুখৰ পৰাই দেখিলো বাহিৰৰ বাৰান্দাত লেম্প এটা জ্বলি আছে। ঠিক মোৰ কোঠালীটোৰ সন্মুখত। অনুমান কৰিলো— ভতিজা লৰাজন আৰু বোৱাৰী বাৰান্দাতে কথা পাতি আছে। সমুখৰ বাহৰ জপনাখন পাৰ হওঁতে মোৰ বহু সময় লাগিল। ভৰি উঠিব নোখোজে। খঙে মূৰৰ চুলি পালেগৈ। জপনাখন ভাঙি গুজৰি গুমৰি সোমাই আহিলো। বোৱাৰী ভিতৰলৈ গৈ এলোটা গৰম পানী আনি দিলে। মুখ হাত ধুৱক বুলি। তাৰ পিচত ভাত আঞ্জা বাঢ়ি লৈ মোৰ কোঠালীৰ মেজত দিলেহি। মই ঘূৰি চাই সেইবোৰ আচাৰ মাৰি পেলাই দি কলো— "মাংস পৰঠা লৈ আহ— এইবোৰ মানুহে খাই নেকি ?" কাহঁৰ বাত্তি-কাহীৰ শব্দদেৰে কোঠালীটো জনজনাই গল। ভাত আঞ্জাবোৰ চিতিকি পৰিল। সেই শব্দত মোৰ নিচা ফাটি গল। মই লাজে অপমানে বিচনাত বাগৰি পৰিলো। ভতিজা লৰা-জনে ভুমুকি মাৰি চালে। বোৱাৰীয়ে লেমটো নমাই লৈ কাহী-বাতি

বোৰ সামৰি মজিয়াখন সাৰি মচি ছাফা কৰিবলৈ ললে । এবাৰ ঘূৰি চাওতে লেমৰ পোহৰত দেখিলো বোৱাৰীৰ চকুহালেদি ধাৰাসাৰে চকুলো বাগৰিছে । বোৱাৰীৰ চকুলো দেখি মই বৰ বিচলিত হলো । নিজেও বিছনাতে কাটি হৈ হুকহুক কৰি কান্দিব ধৰিলো । ভতিজা লৰাজনে মোৰ ভৰিৰ জোতাজোৰ খুলি দি বিছনাত মোক ভালকৈ তুলি দিলে । লেপ খনেৰে গাটোও ঢাকি দিলে। মই টোপনি যোৱাৰ ভাও ধৰিলো যদিও মোৰ আৰু টোপনি নাহিল । পুৱা ধলফঁাত দিয়াৰ পিচত চিলমিলকৈ টোপনি আহিল যদিও সাৰ পালো । ৰাতিৰ ঘটনাৰ কথা ভাবি মই বৰ অনুতপ্ত হলো ।

"বুজিছ ! বোৱাৰীৰ সেই চকু পানীয়ে শাস্তি পানী চতিয়াই মোক শুচি কৰি দিলে । ভতিজা লৰাটোৰ মৌনতাই যেন মোক বেদপাঠৰ জ্ঞান দিলে। মই নিশাচৰৰ পৰা পুনৰ মানুহ হলো । মই যেন ব্যূহ ভাঙি বাহিৰ হৈ আহিলো । অভিমন্যুই যি কাম কৰিব পৰা নাছিল মই যেন সেইটো কৰিবলৈ সক্ষম হলো । মই শপত খালো এইবোৰত আৰু হাত নিদিও । চিকিৎসা কৰাৰ মানসে মই গুৱাহাটীলৈ অহাৰ কথা ভাবিলো । তথাপি আৰু দহ বাৰ দিন তাতেই থাকিলো । সেই কেইদিনতে এটা ভাল কাম কৰিলো । জিলালৈ আহ-যাহ কৰি মোৰ নামত থকা গাৱঁৰ মাটি বাৰী খিনি ভতিজা জনৰ নামত লেখি দিলো । দলিল খন তাৰ হাতত দিওতে সি কেচুৱা লৰাৰ দৰে ফেকুৰী ফেকুৰী কান্দি কলে— "তুমি এইবোৰ কি কৰিলা দদাই তোমাৰ···

"মই তাক আৰু একো কবলৈ নিদি কলো—

তোৰ নামত থাকিলে মোৰ এই পিতৃভিটাটো ৰক্ষা পৰিব । তয়েতো ইমান দিনে খাজানা ভৰি সেই খিনি ৰাখিলি । ই তোৰেই প্ৰাপ্য । মোৰ নামত থাকিলে কোনোবা আমি নিবিচাৰা মানুহে তাক দখল কৰিব, মই তাক বাধা দিব নোৱাৰিম ।" এই বুলি দলিল খন তাৰ হাতত জোৰেৰে গুজি দিলো ।

গাড়ীখন আৰু ৰবখন এৰি আহিবলৈ বৰ মনোকষ্ট হৈছিল ।

তথাপি আহিলো। বোৱাৰীৰ কনমানি লৰা-ছোৱালী হাল এৰি আহি-বলৈ মোৰ হিয়া ভাগি গৈছিল। ছোৱালীজনী তেনেই সৰু। চাৰি বছৰ মান হৈছে। মাতবোৰ মিঠা মিঠা। তাই কোলাত বহি কৈছিল— "তুমি নাযাবা বৰটা। তুমি গলে মই কাৰ লগত খেলিম ?" লৰাজন স্কুলত পঢ়ে। মাইনাৰ স্কুলত। পঞ্চম মানত। সি ৰাউচি ধৰিছিল। তুমি নাযাবা বৰদেউতা। তুমি অংক শিকাই দিলে শ্ৰেণীত মই প্ৰথম হব পাৰিম। তোমাৰ দৰে বৃত্তি পাম।"

সিহঁতক বুজনি দিছিলো। মই আকৌ আহিম নহয়। এইবাৰ আহিলে তোমালৈ ভাল ভাল 'খেলনা' আনিম। তোমালৈ ভাল ভাল কিতাপ আনিম। আহোতে সেইদৰেই ভাবি আহিছিলো। এতিয়া দেখিছো— সিহঁতক মই ফাকি দিলো। ভবা মতে কাম নহল।

"ভতিজা লৰাজন আৰু বোৱাৰী। সিহঁত দুয়োৰে বেদনা বুজিবলৈ —মোৰ অকনো কষ্ট নহল। মৌনতাৰে দুয়ো বহু কথা কলে। দুয়ো যেন মৌনতাৰ প্ৰতিমূৰ্ত্তি। কিন্তু Silence reveals more than outrageous worde' তথাপি গাওঁ এৰি আহিলো। গাৱঁত থাকিলে মোৰ নিস্তাৰ নাই। গুৱাহাটীলৈ আহি মই চিকিৎসা কৰো। মই আকৌ কৰ্ম্মথ হৈ উঠিম। গাৱঁত থাকিলে মোৰ চিকিৎসা নহব। তদুপৰি গাৱঁতো তহঁতে বিষ গছ ৰুলি নহয়। যি গাৱঁত এইবোৰৰ নাম ললে পৰাচিত হব লাগিছিল— সেই গাৱঁত সেইবোৰ তেনেই সুচল হল। কোনে কৰিলে ? এই হোজা সৰল মানুহবোৰৰ মাজত এইবোৰ নিৰ্ব্বিবাদে খোলাভাবে দিলে কোনে ?"

মই তাৰ কথাবোৰ থৰ হৈ শুনি গলো। নিজৰ ওপৰতেই ধিক্কাৰ আহিল। তথাপি এবাৰ সুধিলো— 'তোৰ ভতিজা জনৰ নাম কি অ ? তেওঁ কি কৰে ?"

সি ৰুদ্ৰমূৰ্ত্তি ধৰিলে। কলে—। "কিয় ? সেই চিনাকী তোক কিয় লাগে ? তই লিখ নহয় ? মোৰ দুলৈ তাক সাঙুৰি কাহিনী লেখিবি ? ভিকিয়ুৰিয়ে লেখিছিল— Confession of an

Opium eater। ভাষাৰ লালিত্যৰ কাৰণে সেইখনে বিশ্ব সাহিত্যত ঠাই পালে। কিন্তু সাহসেৰে লেখিলে জানো? তহঁত সাহিত্যিক বোৰ পঙ্গু, ভয়াতুৰ। সচাঁ কথা, সচাঁ কাহিনী, সচাঁ চৰিত্ৰ আঁকি— সমাজত তোল পাৰ লগাব পৰা সাহিত্যৰ কত সৃষ্টি হৈছে। লেখিব পাৰিবি? মোৰ সচাঁ কাহিনী লেখিব পাৰিবি? তহঁত ৰবমূৰীয়া সকলৰ ভণ্ডামী উদঙাই লেখিব পাৰিবি? নোৱাৰ। মই কৈছো নোৱাৰ। তহঁতৰ দৰে নেতা, লিখক আৰু সমাজ গঢ়া সকলে সমাজক পঙ্গু কৰি ৰাখিছ। ভাল নিকা সাজ পিন্ধি শৰীৰৰ খৰ খজুলি ঢাকি ৰখাৰ দৰে— মিছা ভাষাৰে তহঁতে তহঁতৰ দুস্কৃতিবোৰ ঢাকি ৰাখ। কিন্তু সমাজক উলঙ্গ কৰি সমাজৰ সচাঁ ছবি কোনে দাঙি ধৰিব পাৰিছে— কোনে লেখিব পাৰিছে। সাহিত্যত সমাজৰ প্ৰকৃতৰূপ প্ৰতিফলিত হব লাগে। সেইটো হৈছে জানো? মোক পাই তই এটি কাহিনী লিখাৰ সমল পাইছ নহয়। কিন্তু তোক মই সাৱধান কৰি দিছো। মোৰ নাম তই উল্লেখ নকৰিবি। মৰিলেও মই তাত শান্তি নাপাম। মই এই সমাজৰ পৰা সমূলি নিছিক্ন হৈ যাব বিচাৰো। মই Confession কৰি অপৰাধী সাজিব বিচৰা নাই। মই তহঁতৰ দৰে ভদ্ৰতাৰ আৰু শ্লীলতাৰ মুখা পিন্ধা লোক সকলৰ মুখা খুলি দিব বিচাৰো। তোৰ কাম তই যিদৰে কৰ কৰ। মোৰ তাত একো আপত্তি নাই। কিন্তু মোক লৈ মিছা অনুকম্পাৰ, মিছা চকুপানী টুকিবলৈ সমাজক নকবি। মই সেইটো বিচৰা নাই। মই বিদ্ৰোহ কৰিব বিচাৰো। তহঁতৰ সমাজৰ বিপক্ষে। কল্যান কামী দেশ গঢ়াৰ শপত খাই— দেশত অকল্যানৰ বীজ সিচা সকলৰ বিপক্ষে। তহঁতৰ এই অন্যায়বোৰে মোক বিদ্ৰোহী কৰি তুলিছে। যদি লিখ লেখ। মোৰ প্ৰাণৰ কথা লেখ। মোৰ Confession নহয় মোৰ Revolt. লেখ Revolt of an addict বুলি লেখ। তেতিয়া মই প্ৰাণৰ কথা কৈ যাম। পাৰিবি—লেখিব পাৰিবি? নোৱাৰ— তহঁতৰ লিখক সকলৰ সেই সাহস নাই।

"মোৰ বৰ আক্ষেপ হয়। কোনে মোৰ সেই সক গাওঁখনত মৃদু

ভাঙৰ বিষ বিয়পালে। সমাজৰ গুৰি ধৰোতা, কল্যাণ কামী ৰাষ্ট্ৰ গঢ়োতা সকলে নে আন কোনোবাই। যিয়েই নকৰক— সিহঁতক শাস্তি নিদিয় কিয় ?

"তই গুৱাহাটীৰ চেয়াৰমেন আছিলি নহয়। মেয়ৰ হৈছিলি নহয়? তহঁতে কৰিলি কি ?

ঐ গুৱাহাটীৰ পৌৰ পিতা! দেখিছ, গুৱাহাটীৰ নগ্নৰূপ দেখিছ ? গলিয়ে গলিয়ে চুলাই মদ বনিছে। খাই জীৱনলৈ নহয়, মৰিবলৈ। তাত বাধা নিদিয় কিয় ? নেতা সাজি, মালা পিন্ধি বক্তৃতা দিয় নহয়। বৰ বৰ উপদেশ দিয় নহয়। এইবোৰ তহঁতৰ চকুত পৰা নাই, নে চকু মূদি থাক। তহঁত কণা, তহঁত অন্ধ। অন্ধ হৈ আকৌ লোকক বাট দেখুৱাবলৈ যাৱ ? লাজ নালাগেনে ?

তই ৰাতিৰ গুৱাহাটী দেখিছ ? তহঁতৰ পিট্চ দিয়া পকা আলিত কি জঘন্য পশু বিচৰণ কৰে দেখিছ ? মই আজি এমাহেই সদায় দেখিছো। দেখি ঘৃণা হৈছে। তহঁতৰ মহানগৰীত যিবোৰ ঘটনা ঘটে সেইবোৰ দেখি ময়েই আচৰিত হৈছো। তহঁতে দেখোন থিতাতে মূৰ্চ্ছা গলিহেতেন। কিন্তু সেইটোও মই সাহসেৰে কব খোজা নাই। সেই সকলৰ মাজত তই বা তহঁতবোৰ আছ নে নাই। সেইবোৰ নিশ্চয় সাধাৰণ মানুহ নহয়। সিহঁতে অতবোৰ গাড়ী ঘোৰা কত পায় ?"

সি কথাবোৰ এনেদৰে কৈ গল। সি উত্তেজিত হৈ পৰিল। তাৰ চকু দুটাইদি জুই জ্বলা যেন অনুমান হল। তাৰ কথা শুনি বাকৰুদ্ধ হৈ পৰিলো। তথাপি তাৰ উত্তেজনা কমাবলৈকে বুলি কলো—

"অনুকুল—তোক বহুদিনৰ মূৰত পাই বৰ ভাল লাগিল। সচাকৈয়ে তই সেই আগৰ অনুকুলটো হৈয়েই আছ।" এই বুলি মই তাৰ বাহুত ধৰিলো—"

সি উহ বুলি চিঞৰি উঠিল। সি যেন বৰকৈ আঘাত পালে। সুধিলো—কি হল ? কত দুখ পালি।" সি চোলাৰ হাতখন খুলি দেখুৱালে—তাৰ বাও বাহুটো উখহি আছে। এটা টেমুনা বান্ধিছে। সেইটো কাটি তেজ নিজৰি আছে। তাৰ এই ঘা অতি গুৰুতৰ যেন

লাগিল। কেনেকৈ কি হল সুধিলো—পৰিলি নে কৰবাত থুন্দা খালি ?
"নহয় ! ইও তহঁতৰে কীৰ্ত্তি। তহঁতে পহৰাদাৰ ৰাখিছ নহয়। ৰাতিৰ
পহৰাদাৰ। নাগৰিক সকলৰ শান্তি ৰক্ষাৰ কাৰণে। এইয়া সিহঁতে
দিলে। তহঁতৰ শান্তিৰ কাৰণে।

"গুৱাহাটীলৈ আহিছিলো। চিকিৎসাৰ কাৰণে। ভাবিছিলো শৰী-
ৰটো ভাল কৰি লওঁ। তই মোৰ ভতিজাজনৰ কথা সুধিছিলি নহয়।
সি কি কৰে বুলি ! সি শিক্ষকতা কৰে। এখন ভেন্সাৰ স্কুলত।
তিনিমাইল চাইকেলেৰে আহ-যাহ কৰি লৰা-ছোৱালী পঢ়ুৱায়। সামান্য
বেতন পায়। ৰাইজৰ ধনেৰে স্কুলখন চলে। তহঁতে গাৱেঁ গাৱেঁ বৰবিষ
মেলিব পাৰ। কিন্তু লৰা-ছোৱালী পঢ়ুৱাবলৈ এখন স্কুল পাতি দিব
নোৱাৰ ? তই শিক্ষা মন্ত্ৰী হৈছিলি নহয় ? কি কাৰণে ? এই লৰা-
ছোৱালী বিলাকৰ শিক্ষাৰ দায়িত্ব তহঁতৰ নহয় নেকি ? ভতিজাজনৰ
অলপীয়া আৰ্জন। তথাপি সি আহিবৰ সময়ত ছশ টকা মোৰ হাতত
দি কৈছিল—'তুমি গুৱাহাটীলৈ গৈ চিকিৎসা কৰাগৈ। তাত ভাল
ডাক্তৰ আছে। তাত তুমি এটা ভাল হোটেলত থাকিবা। লাগিলে মাটি
অলপ বেছি তোমাৰ খৰছ যোগাম।"

"আহিছিলো। কত আশাৰে আহিছিলো। এখন ভাল হোটেলতে
উঠিছিলো। সৰু হোটেল, তথাপি ভাল। মেনেজাৰজন বৰ ভাল মানুহ।
বৰপেটাৰ ফালৰ। মোৰ বৰ যত্ন লৈছিল। এজনীয়া কোঠা এটাত
কম ধনৰ বিনিময়ত থাকিবলৈকে দিছিল। এজন ভাল আয়ুৰ্ব্বেদিক
ডাক্তৰৰ ওচৰলৈ নি মোৰ দৰব পাতিৰ যোগাৰ কৰিও দিছিল। এমাহ
মানৰ ভিতৰত বহুখিনি ভাল পাইছিলো। কিন্তু এনেতে চকৰি ঘূৰিল।
মই আকৌ তহঁতৰ দুষ্ট চক্ৰ ব্যূহত আবদ্ধ হলো।"

সি কথাবোৰ কৈ যাওতে তাৰ চকুয়েদি চকুপানী নিগৰি আহিল।
মোৰ চকুও সেমেকি যোৱা যেন অনুমান হল। সি আবেগৰ সুৰত
কৈ গল।

"এইখন মহানগৰ নহয়—মহানৰক। নৰকলৈ আহি নৰগৰ সুখ

বিচাৰিলে কত পাম ?—মোৰ সেয়েই ফলিল। হোটেলৰ মেনেজাৰৰ কোনোবা আত্মিয়ৰ ঘৰত বিয়া। বৰপেটাত। তিনিদিন মানলৈ তেওঁ বৰপেটালৈ যাব। মোকো লগ ধৰিলে। বৰপেটাৰ কীৰ্ত্তন ঘৰ তাহানি কলেজত পঢ়োতে এবাৰ দেখিছিলো। আকৌ চাবৰ মন গল। মেনেজাৰে মটৰ ভাৰা কৰি যাব। একো অসুবিধা নাই। যাবলৈ ওলালো। পিছদিনা পুৱা ৫ বজাত যাত্ৰা কৰিম। তেলৰ ভাৰৰ দিন। তাত যোগদান কৰিব লাগে। মেনেজাৰে মোক সোনকালে ভাত পানী খাই শুই থাকিব কলে। তাকেই কৰিলো। কিন্তু কিয় নাজানো টোপনি নাহিল। ৰাতি তেতিয়া ১১ মান বাজিবৰ হৈছে। বাহিৰৰ আলিবাটত কোনোবাই বৰকৈ চিঞৰিছে। দুৱাৰ খুলি দেখো—হোটেলৰ দুৱাৰ তেতিয়াও খোলা আছে। কামকৰা লৰাবোৰে খৰধৰ কৰি চকী মেজ সামৰিছে। মই ওলাই গলো। দেখিলো—হোটেলৰ সিফালে থকা ফুটপাথত এজন মানুহক অমানুষিক ভাবে কোবাইছে। তহতৰ শাস্তি ৰক্ষকে। মই থিৰে থাকিব নোৱাৰিলো। লৰি গৈ সিহঁতক বাধা দিলো। সুধিলো কিয় মাৰিছে ?

কলে—"ই বেটাই আমাক দেখি পলাইছিল।" মোৰ খঙে মূৰৰ চুলি পালেগৈ। কলো— সেই কাৰণেই তাক এনেদৰে মাৰিব নেকি ?

"সি ঘূৰি একো নোকোৱাকৈ মোৰ বাহুত ধপ্‌ ধপকৈ কোবাই দিলে। 'চোৰৰ সাক্ষী মাতাল' বুলি গুজৰিলে। কিন্তু মই তেতিয়া মাতাল নাছিলো। বৰং তেওঁলোকৰ মুখতেই কথাৰ লগতে সুৰাৰ গোন্ধ পাইছিলো। তাৰ বেটনৰ কোৰত মোৰ মূৰ আচন্দ্ৰাই কৰিলে। ধোৱা কোৱা দেখা হলো। বিষত নহয়, লাজত মই মৰি যোৱা যেন হ'লো। হোটেললৈ উভতি আহি বিছনাত ঢলি পৰিলো। ওৰে ৰাতি টোপনি নাহিল বিষজ্বৰ উঠিল। পুৱা গা বৰ বেয়া বুলি শুই থাকিলো। মেনেজাৰে ৰাতিৰ ঘটনাৰ কথা ভু নাপালে। সঁচাকৈয়ে জ্বৰ উঠিছে বুলি ভাবি তেওঁৰ তলতীয়া কৰ্মচাৰী এজনক মোক ভালদৰে চাবলৈ কৈ

ৰৰপেটালৈ গলগৈ।

দিনটো বিছনাতে পৰি থাকিলো। ৰাতিৰ ঘটনাৰ কথা ভাবি মই বৰ বিচলিত হলো। বৰ আক্ষেপ হল। মই মোৰ গাওঁখন এৰি আহিছিলো কিয়? এনেদৰে দিনটো পাৰ হল। গধূলিৰ লগে লগে মোৰ বাহুত বিষ বৰ বেছি হল। হঠাৎ এটা কথা মনত পৰিল। হোটেলৰ অলপ আঁতৰত এটি সৰু গলি আছে। তাত এখন তামোলৰ দোকান আছে। সেই গুমটিতে সৰু এখন বিজ্ঞাপন দেখিছিলো। অমৃতাঞ্জনৰ বিজ্ঞাপন। তাকে কিনি আনি লগাই দিও বুলি সাজি-কাচি ওলাই গলো। দোকানী জন চিনাকী নহলেও অচিনাকী নহয়। কেইবাদিনো তাত মই তামোল কিনি খাইছিলো। হীৰামতি মছলাৰে সুন্দৰকৈ তামোল যত্নাই দিয়ে। তেওঁক গৈ অমৃতাঞ্জন আছে নে সুধিলো। দোকানীজনে কিন্তু সঠিক উত্তৰ নিদি কলে—"চাৰ খুব ভাল ষ্টক আছে—ফৰেইন। দিম নেকি?" এই বুলি এটা বটল উলিয়ালে। সঁচাকৈয়ে ফৰেইন মদৰ বটল। মোৰ ফালে আগুৱাই দিলে। মই মুখখন খুলি—ধোক ধোককৈ বহুখিনি খাই পেলালে। বুকুখন পুৰি যোৱা যেন লাগিল। ই ফৰেইন মদ নহয়।—কিবা বেলেগ ধৰণৰ। মই আপত্তি কৰি কলো—'এইবোৰ কৰ পৰা আনিছা—একেবাৰে বিষ দেখোন।'

দোকানীয়ে কলে—"নহয় চাৰ। আপুনি একেবাৰে সুদাই পিছে। এইবোৰ চ'দা বা পানী মিহলাই নাস্তাৰে খাব লাগে। সৌ... সেইবোৰ পাব।" বুলি আতৰতে থকা জুপুৰী ঘৰ এটা দেখুৱাই দিলে। মই লোভ সামৰিব নোৱাৰিলো। তালৈকে গলো। দেখিলো বহুতো খৰিদ্দাৰ লোকে। হাৰিকেন লৈমৰ পোহৰত কাৰো মুখ ভালকৈ নেদেখি। কিন্তু এইবোৰ বেছ ভদ্ৰলোক যেন অনুমান হয়। বেছি ভাগেই মদ মাংস লৈ বহি আছে। দুই এজন মুৰ গুজি পৰিও আছে। মোক দেখিয়েই এজন লোকে এখন চকী আগুৱাই দিলে। লগে লগেই এগৰাকী মহিলাই মাংস আৰু বটল এটা আনি মোৰ সন্মুখত ৰাখিলে।

মই বহু ৰাতিলৈকে তাতে বহি মদ খালো। নিশা হোৱাৰ লগে লগে প্ৰায়বোৰ গলগৈ। দুই এজন নিচাৰ প্ৰকোপত মজিয়াতে ঢলি পৰিল। মই প্ৰায় মাজ নিশা ওলাই আহিছিলো। কিন্তু হোটেললৈ আৰু নগলো। কাষতে ৰেলৰ ষ্টেচন। তালৈ গৈ তাৰ মজিয়াতে পৰি থাকিলো। তাৰ পিচত বহু নিশা পাৰ হল। সেইখন ঘৰলৈ মই সদায় যোৱা হলো। এনেদৰে মই দুষ্ট চক্ৰ ব্যূহত আকৌ সোমাই পৰিলো। সেই ব্যূহ ভাঙি ওলাই আহিছিলো বুলি গৰ্ব্ব কৰিছিলো। অভিমন্যুই নোৱাৰা কামখিনি কৰিছিলো বুলি মোৰ অহংকাৰ হৈছিল। কিন্তু মোৰ সেই গৰ্ব্ব! সেই অহংকাৰ চুৰমাৰ হল। মই আকৌ সেই পাক চক্ৰত সোমাই পৰিলো। আজি প্ৰায় এমাহ এনেদৰে পাৰ হল। হাতৰ ধন প্ৰায় শেষ হল। তথাপি জীয়াই আছো। যোৱা কালি হাতৰ ঘড়ীটো বেচি প্ৰায় তিনিকুৰি ধন পালো। জীৱনৰ শেষ সম্বল সেইটোও নিশেষ হৈ গল। এতিয়া মোৰ এই জকাটোত কেবল প্ৰাণটো আছে। মই বিদ্ৰোহ কৰিব বিচাৰিছিলো।। সমাজৰ ভণ্ডামীৰ বিৰুদ্ধে। তহঁতৰ অন্যায় ব্যৱস্থাৰ বিৰুদ্ধে। ভতিজা বোৱাৰীৰ সেই নিশাৰ চকুৰ পানীয়ে মোক সেই পথ দেখুৱাই দিছিল। মই বিপ্লৱ কৰিব বিচাৰিছিলো। ভতিজা বোৱাৰীজনীৰ সেই চকুপানীয়ে মোক বলিয়া কৰি তুলিছিল। মই এই চকুলো সকলো জীয়াৰী বোৱাৰীৰ চকুৰ পৰা মচি পেলাব বিচাৰিছিলো। কিন্তু নোৱাৰিলো। তহঁতৰে আকৌ জয় হল। মই পৰাজিত হলো। তহঁতৰ এই দুষ্ট ব্যূহত মই আকৌ সোমাই পৰিলো। ওলাবৰ বাট নোপোৱা হলো। এইবাৰ দুৱাৰত যেন সিন্ধু পুত্ৰ জয়দ্ৰথ। এই বুলি সি হুক হুক কৰে কান্দি পেলালে।

মই অতৰ্কিতে মোৰ ঘড়ীটোৰ ফালে চালো। তেতিয়া গধুলি ৬ বাজি গৈছে। তাৰ চকু তাতো পৰিল। সি মূৰ তললৈ কৰি কলে—"এৰা তোৰ উভতিবৰ সময় হৈছে। মিছাতে তোক মই আমনি কৰিলো। যা তই—ঘৰলৈ যাগৈ যা।"

মই সৌজন্যতাৰ কাৰণেই কলো—"বল তয়ো মোৰ ঘৰলৈ বল।

নিশা তাতে থাকিবি ?”

সি জিকাৰ খাই উঠিল। —“নাই মই নাযাওঁ। কাৰো ঘৰলৈ নাযাওঁ। তই মোক নি অপদস্ত হব নালাগে। তোৰ পৰিয়ালৰ আগত মোক চিনাকী কৰি দিবলৈ লাজ পাবি।”এই বুলি সি তাতেই বহি পৰিল।

মোৰ এই আন্তৰিকতাহীন অনুৰোধৰ কথা সি যেন ভু পালে। মোৰ তেনে অনুভৱ হল। তথাপি পুনৰ কলো—‘বল তেন্তে—ওচৰতে ভাল চাহ-মিঠাইৰ দোকান আছে। দুয়ো চাহ খাওঁগৈ, বল। “চাহ— চাহ খাবলৈ কিমান যে ভাল পাইছিলো। তাহানি কিমান কাপযে চাহ খাইছিলো। তই জানই দেখোন। হৰি বৰ্মনৰ দোকান, নব মহাজনৰ দোকান, ডায়েৰী, সূৰ্য্য বৰাৰ ফুল কৰিৰ চিঙৰাৰ কথা আজিও মনত পৰে। কিন্তু এতিয়া চাহ খালে মোৰ বমি হয়। ভাত মোৰ হজম নহয়। এতিয়া মদৰ বাহিৰে মোক একোৱে মুগুজে। মই জীয়াই থাকি— মৰিবলৈ মদ খাওঁ।” এই বুলি সি কাশ্মীৰী চাদৰখন ভালকৈ মেৰিয়াই ললে।

তাক কেইটামান টকা দি আহিবলৈ মন গৈছিল। কিন্তু সাহস নহল। তাৰ আগত মোৰ নিজকেই অপৰাধী অপৰাধী লাগিল। তাক দলঙৰ ওপৰতে ৰাখি মই খটখটিয়েদি তললৈ নামিলো। —কেকুৰী-টো ঘূৰি ঘৰলৈ খেজ ললো—।

তাক এৰি আহিলো সচাঁ। কিন্তু সি মোক এৰা নিদিলে। সেই অনুকূল। তাহানি কলেজৰ মেধাবী ছাত্ৰ অনুকূল। সুন্দৰ নিকা ধূতি কামিজেৰে ভৰিত চিকৃচিকীয়া পামচু পিন্ধি সি সদায় ক্লাচলৈ আহে। অঙ্কত সি অতি তিখৰ। অঙ্কৰ অধ্যাপক হৰ্ষনাথ সেন, ৰাধাকান্ত দাস। দুয়ো অনুকূলক সমীহ কৰে। চেনেহ কৰে। ভবিষ্যতে যি বিশেষ সুখ্যাতি আৰ্জিব বুলি আশীৰ্বাদ দিয়ে। চলিদ জ্যামিতি, ডিফাৰেণচিয়েল কেলকুলাচ, ত্ৰিগনমিত্ৰী—যি বিষয়তে নহওক কিম্বা এটা আউল লগা প্ৰবলেম ওলালেই সেন মহাশয়ে মাতে—“দত্ত অনুকুল, বৰ্ডলৈ অহা ( Dutta Anukul come to the Board )

অনুকূলে বৰ্ত্তৰ ওচৰলৈ গৈ---নিয়াৰিকৈ সেই প্ৰবলেমৰ আউল ভাঙে। আমিবোৰ অবাক হওঁ। শ্ৰদ্ধা আৰু বিস্ময়ত তাৰ প্ৰতি অতৰ্কিতে মূৰ দোৱাও।

আই-এছ-চি সুখ্যাতিৰে পাচ কৰি সি বোম্বাইলৈ গল। তাতো পাৰদৰ্শিতা দেখুৱাই উত্তীৰ্ণ হল। শেষত এটা ইংৰাজ কোম্পানীৰ এজন অন্যতম বিষয়া হল।

তাৰ পিচত আৰু অনুকূলক লগ পোৱাৰ সুযোগ মিলা নাছিল। আজি প্ৰায় আঠৈকুৰি বছৰৰ ব্যৱধান। কিন্তু আজি তাক লগ পালো। জীৱনত পাহৰিব নোৱাৰাকৈ লগ পালো।

ঘৰ পালোহি। ঘৰতো সেই একে কথা। সকলো সময়তে অনুকূলে মোক আমনি কৰা হল। পাহৰিব বিচৰা কথাবোৰ সাধাৰণতে সঘনে মনত পৰে। মোৰো সেয়ে হল। তাৰ কথা যিমানে পাহৰিব বিচাৰো সিমানে সি মোৰ মন আগুৰি ধৰে। তাৰ সেই কথাবোৰ। সকলো সত্য, সকলো সঠিক। তথাপি সি সমাজৰ পৰা এঘৰীয়া। আৰু আমি যি মিছাৰ ওপৰত প্ৰতিষ্ঠিত সেইসকল সমাজৰ লাই খুটা।

ৰাতি টোপনি আহিব নোখোজে। অনুকূলৰ এই দুৰৱস্থাৰ কাৰণে সঁচাকৈয়ে আমি দায়ী নহয়নে ?

তাৰ কথাবোৰ কাটিব নোৱাৰা। সত্য কথা শিলৰ ৰেখা। অৱজ্ঞা কৰিব পাৰি---কিন্তু মছিব নোৱাৰি। সি চিৰন্তন।

পিচদিনা পুৱাই তাক লগ পাবলৈ বুলি ৰেলৰ দলং উঠিলোগৈ। কত---অনুকূলতো তাত নাই। বিচাৰিলো, ইফালে সিফালে বিচাৰিলো। নাই। ওচৰত চৰকাৰী ষ্টেগুত বাছ ৰেলৰ জিৰণি কোঠাত বাছ বিচাৰিলো, —নাই তাৰ কতো সূংসূত্ৰ নাপালো। নিৰাশ হৈ ঘৰলৈ উভতিলো।

এসপ্তাহ পিচৰ কথা। আজি ডিব্ৰুগড়লৈ যাম। ৰাতিৰ ৰাছেৰে। সকলো যোগাৰ সম্পূৰ্ণ হৈছে। অলপ ত্ৰিফলাৰ গুঠি নিয়াৰ কথা। ওলালো—ফঁাচি বজাৰলৈ বুলি ওলালো। ভেতিয়া পুৱা প্ৰায়

দহ বাজিবৰ হৈছে। পান বজাৰৰ পৰা ফালৰি কাটি শুক্লেশ্বৰৰ মন্দিৰৰ কাষেদি আগ বাঢ়িছো। ফুট পাথেদি। অৰিয়েণ্টেল বিল্ডিঙ বিপৰীতে ফুট পাথৰ ওচৰত মানুহৰ জুম বন্ধা দেখিলো। হয়তো কোনোবাই বান্দৰ নাচ, খৰ খজুলিৰ দেৱাই উলিয়াইছে। কিন্তু ওচৰ পাই তেনেযেন অনুমান নহল। কাৰো মুখত মাত কথা নাই। বহুতে ভুমুকি মাৰিয়েই উভতিছে। ওচৰ পাই ভিৰৰ কাষৰ পৰাই ডিঙি মেলি চালো! এজন লোক মৰি পৰি আছে। পিন্ধনত অনুকূলৰ সাজবোৰ যেন লাগিল। সেই কাশ্মিৰী মলিয়ন চাদৰখন কাষতে পৰি থকা দেখিলো। ভিৰ ঠেলি ভিতৰ সোমালো। তেনেই ওচৰ পালোগৈ। হয় অনুকূল। মুখেদি তাৰ তেজ গৈছে। সেইবোৰ তাৰ মুখৰ কাষতে কলা কলা ডোঙা বান্ধি আছে। কি হল? অনুকূলৰ কি হল? নিশ্চয় তেজ বমি কৰি ঢুকাল।

এনেতে এখন জীপ গাড়ী দঁাতিত ৰলহি। এজন ডাৰোগা আৰু দুজনমান পুলিচ আহি থকা দেখিলো। ডাৰোগাই বেটন জোকাৰি বাট উলিয়াই একেজাপে ফুট পাথত উঠিল। আগবাঢ়ি আহি কলে— "আপোনালোকে কি চাইছে? মৰা মানুহ দেখা নাই?" লগে লগেই বহুতো লোক আঁতৰিল।

ডাৰোগাই পুনৰ সুধিলে—"কোনোবা চিনাকী মানুহ আছে নেকি? নাম ধাম জানা?"

মোৰ বুকুখন তোলপাৰ লাগি উঠিল। চিঞৰিবৰ মন গৈছিল— মই চিনি পাওঁ। মোৰ বন্ধু। মোৰ সহপাঠী। কিন্তু সাহস নহল। সি ঠিকেই কৈছিল—আমি সঁচাকথা সাহসেৰে কব নোৱাৰো। নোৱাৰিলো। তাৰ কাৰণে মই সেইখিনিও কৰিব নোৱাৰিলো। ততালিকে সেই ঠাই এৰি—মই দক্ষিণলৈ বেগেৰে খোজ ললো।

□ □ □

# জয়মলকাই

জয়মলকাই।

জয়মলকাইক নিচিনা লোক আমাৰ গাঁৱত নাছিল। অকল গাওঁ বুলিলে হয়তো ভুল কোৱা হব। অঞ্চলজুৰি নাছিল। আমাৰ চাৰিগড়ৰ ভিতৰত থকা অঞ্চল বিশেষকে বুজাইছো।

জয়মলকাইৰ সঠিক উপাধি কি আছিল নাজানো, কিন্তু ককাইক সমনীয়া আৰু বয়োজ্যেষ্ঠ সকলে 'মেনটি' বুলি সম্বোধন কৰা হলে শুনিছিলো! 'মেনটি' বংশগত উপাধি নহয়। এই উপাধি জয়মল কায়ে নিজে আহৰণ কৰা। দ্বিতীয় দশকৰ কথা। বেল্টিক চাহাব অসম উপত্যকাৰ কমিছনাৰ। গুৱাহাটীৰ উজান বজাৰৰ পকীঘাটৰ বঙলাত থাকে। কাষতেই অফিচ ঘৰ। বেল্টিক চাহাব বৰ সৰবৰহী লোক। তেওঁ কেতিয়াবা পাৰ হয়। উত্তৰ পাৰলৈ নাও বা জাহাজেৰে। এদিন তেওঁ পাৰ হৈছে। ৰঘু ঘাটৈৰ পাৰ নাৱত। লগত দুটা কুকুৰ। বিলাতী কুকুৰ। খোজকাঢ়ি ফুলুং গড়ৰে উজাইছে। গড়ৰ মূৰত বহি গৰখীয়া লৰা এবাহে জয়মলকাইক আগুৰি ৰংৰহইচ কৰি আছিল। চাহাব গড়ৰ দক্ষা বুৰুজৰ কেকুৰীটো ঘূৰোতেই লৰাবাহে চাহাবক দেখিলে। চাহাব অহা দেখি গৰখীয়া লৰাবাহ ফৰিং ছিটিকা দি ছিটিকিল। কিন্তু জয়মলকাই বহিয়েই থাকিল! মুঠিল। চাহাব ওচৰ পাওঁতেই থিয় হৈ হাঁহি মাৰি হাতযোৰ কৰি সেৱা জনালে।

গুণীয়ে গুণীৰ মোল বুজে। বেল্টিক চাহাবেও জয়মলকাইৰ হাঁহিৰ কিবা অৰ্থ বিচাৰি পালে। হাতবাউল দি ককাইক ওচৰলৈ মাতিলে। কান্ধত ধৰি দুয়ো কথা পাতি আগবাঢ়িল। কথাৰ লগে লগে জয়মলকাইৰ হাঁহিৰ খলকনিও বাঢ়িল। শেষত চাহাবে এটা কুকুৰৰ শিকলি জয়মলকাইৰ হাতত দিলে। দুয়ো দুটা কুকুৰ

হাতত লৈ গড়ৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰিলে। শেষত পাৰঘাট বুলি ভটিয়ালে। এনেদাৰে জয়মলকায়ে চাহাবক পাৰঘাটলৈ আগ-বঢ়াই আহিলগৈ।

গৰখীয়া বাহে কথাটো গাৱঁত ৰোল তুলি দিলে। জয়মলকাইৰ গাৱঁত সম্মান বাঢ়িল। কিন্তু ককায়ে চাহাবৰ নামটো কওঁতে বাৰে পতি ভুল কৰে। বেন্টিক মুবুলি মেন্টি বুলি ওলাল। তেতিয়াৰ পৰাই হেনো জয়মল কাইক জয়মল 'মেনটি' বুলি মতা হ'ল! কিন্তু আমাৰ চামে কিন্তু জয়মলকাইক—ককাই বুলিবলৈ নেৰিলে।

আমাৰ গাওঁ ৰংমহল। তাহানি ৰুদ্রেশ্বৰ সিংহ স্বৰ্গদেৱে ৰং ৰহইচ কৰা ঠাই। গাওঁখনৰ চাৰিওফালে গড় মাৰা। ফুলং গড় মোমাইকটা গড় আৰু বহুতো সৰু বৰ গড়েৰে আগুৰা। আমাৰ বৰদেউতা ৺সোনাৰাম চৌধুৰীয়ে তাহানি 'আবাহন' আলোচনীত ৰংমহল শিতানেৰে এই বিষয়ে এটি তথ্য পূৰ্ণ প্ৰবন্ধ লেখিছিল। এই অঞ্চল জুৰি জয়মলকাই বা জয়মল মেনটি সকলোৰে পৰিচিত। জয়মলকাইৰ কি গুণ আছিল সহজে ধৰা টান। কিন্তু দোষ যে নাছিল সেইটো হলে ন দি কব পাৰি। সৰু বৰ সকলোৱেই জয়মলকাইক মৰম চেনেহ আৰু আদৰ কৰে। জয়মলকাইৰো কাৰো প্ৰতি আপোন পৰ ভাব নাছিল। সকলোৰে প্ৰতি সমান ব্যৱহাৰ।

জয়মলকাই তুখীয়া। নিজৰ বুলিবলৈ কিবা আছিল বুলি মনে নধৰে। ককায়ে দা, কুঠাৰ, কোৰ বা নাঙল হাতৰ মুঠিত ধৰা হলে দেখা নাছিলো। সেই বুলি ধোদ এলেহুৱা বুলিবৰো উপায় নাই। তলৌ তলৌ কৰি ঘূৰি ফুৰে। যতে দহজন তাতেই জয়মলকাই বিদ্যমান। যতেই তিনিজন ততেই নাৰায়ণৰ দৰে। পিন্ধনত আঠু-মূৰীয়া ধুতি আৰু গাত এটা চোলাৰে ককাইক সততে দেখিছো। তদুপৰি গলত মেৰিয়াই লোৱা এখন গামোচা আৰু হাতত এডাল দীঘল লাখুটি। ছুটি চাপৰ হলেও ককাইৰ গা নিপোটল। পেটটো অলপ উখহা। জয়মলকায়ে বহিলে সততে এখন হাতেৰে পেটটো

পিহি থাকে। কাৰণ সুধিলে কয়—'ইয়াৰ কাৰণেই সংসাৰত সকলো অথন্তৰ। এইটোৰ কাৰণেই জীৱৰ তৰণি নাই। ইয়াক অলপ লাবি চাৰি মৰম নকৰিলে সি বেকাকৈ বহিলে সকলো শেষ। পেট পূজাই শ্ৰেষ্ঠ পূজা। সেয়ে গোসাই ভকতলৈ আগ কৰা ভোগো শেষত ইয়াৰ পূজাতেই লাগে।' এনেদৰে এটা প্ৰশ্ন কৰিলে—ককায়ে দহটা কথা কয়। কিন্তু কথাবোৰ গাজত লগা। পোনতে শুনি হাঁহি উঠিলেও—পিছত ভাবিলে বৰ অৰ্থব্যঞ্জক।

জয়মলকাইৰ বিশেষত্ব তেওঁৰ হাঁহিটো। জয়মল কাইৰ মুখত হাঁহিটো সদায় লাগিয়েই থাকে। তদুপৰি এই হাঁহি সংক্ৰামক। নিজেও হাঁহে—আনকো হঁহুৱায়। ককাই যেন হাঁহিৰ নিজৰা। 'সুখে দুখে' জয়মল কাইৰ মুখত হাঁহিটো থাকেই। দুখৰ মুহুৰ্তত জয়মলকাই আছিল মুখৰ শান্তি পানী। আনন্দৰ উৎস।

জয়মলকায়ে লৰা ছোৱালীবোৰৰ মন চোৱে। জয়মলকাই অহা দেখিলে—চুবুৰীৰ লৰা-ছোৱালীবোৰে আগুৰি ধৰে। সাধু শুনিবলৈ নহয়। নাচ-বাগ চাবলৈ। লৰা-ছোৱালী দেখিলে জয়মলকায়ো সেই শিশুটি হৈ পৰে। পেটটো লাবি লাৰি—ককায়ে গাই—

'পেটুচ্ কি পেটুৱা

পেট ভৰি খা।' বুলি ভাজ ধৰি ধৰি নাচে। লৰা-ছোৱালীবোৰে কিৰিলি পাৰি হাত চাপৰি বজাই হাঁহি খিকিন্দালি কৰে।

আমাৰ গাঁৱত পৰিয়ালৰ সংখ্যা সাতকুৰি বা আঠকুৰি ঘৰমান হব। তাৰে এঘৰ বামুণ। তাহানিও আজিও। সেই ঘৰৰ গৃহিণী হানি হল। ওচৰৰ গাঁৱত থকা বামুণৰ ঘৰৰ পৰা সৎকাৰ কৰিবলৈ মানুহ অহাত অলপ পলম হৈছে। এই গৰাকী মহিলা গাঁৱৰ সকলোৰে আদৰৰ আৰু শ্ৰদ্ধাৰ পাত্ৰী আছিল। শুনা মাত্ৰকে দহোবন কাটি কৰি সকলো শেষ শ্ৰদ্ধা জনাবলৈ আহিছে। গোটেইখন গাঁৱেই আহি উবুৰি খাই পৰিছে। এঘৰীয়া মানুহ। পৰিয়ালৰো লোক কম। কান্দোনৰ মাও ক্ষীণ।

কিন্তু গাঁৱৰ তিৰোতাসকলে আহি আই ঐ বিয়ৈ কৈ কান্দিছে। মাজে মাজে তাৰ উচুপনি উঠে। একোজনে আকৌ বুক্‌ ভুক্‌ৱাই আৰু তীব্ৰতৰ কৰি কান্দোন জোৰে। দহজন থুপুৰি হোৱা ঘটনা। এতেকে জয়মলকায়ো তাত আহি ওলাইছে।

চৌহদৰ বাহিৰত একাষে বহি পেটটো লিৰিকি বিদাৰি হাঁহি আছে। জয়মলকাইৰ ওচৰ চাপি দুই চাৰিজন পিলিঙা ডেকাই হাঁহিৰ সোৱাদ লৈছে। এনেতে মেনেজাৰ আহিল। মহীমেনেজাৰ। সকলোৱে সমীহ কৰা মহীধৰ বৰা। গাঁৱৰ গান পাৰ্টিৰ গুৰিয়াল। সেয়ে তেওঁক সকলোৱে মেনেজাৰ বুলিয়েই সম্ভ্ৰম কৰে। তেওঁ জয়মলকাইক বৰ মৰম কৰে। জয়মল কায়েও মেনেজাৰক দেখিলে কিবা জীপ পায়। মেনেজাৰে মৰম কৰি ৰেড লেম্প ছিগাৰেটৰ পেকেট খুলি একোটি চিগাৰেট উলিয়াই ককাইক দিয়াটো আমি প্ৰায়েই দেখিছো। সাধাৰণতে আধা পোৰা বিড়ি হোপা ককায়ে এই ছিগাৰেট হোপাৰ দৃশ্যও অনুপম। পেচ ধৰি ককায়ে চেলেউ হোপে আৰু নাকে মুখে ধোৱা উৰুৱায়। সিদিনাও প্ৰস্তাৱনাৰ দৃশ্য তেনেদৰেই ঘটিছিল। জয়মলকাইৰ মুখত হাঁহি দেখি মেনেজাৰে সুধিলে—'মেনটি! তুমি এই শোকৰ সময়তো হাঁহা কিয় হে? সকলোৱে কান্দিছে, শোক কৰিছে। তুমি হাঁহিছা? ছিঃ মানুহে দেখিলে কি বুলিব।,

'জয়মলকায়ে আকৌ এটা হাঁহি মাৰি কলে—'এৰা মেনেজাৰ দেউতা। সকলোৱে কান্দিছে দেখিয়েইতো মোৰ হাঁহি উঠিছে।'

'কিয়?' মেনেজাৰে আকৌ প্ৰশ্ন কৰিলে।

'এহ আপুনি জানিও সোধে। এইয়া ৰহাঁৰ ৰহদৈ টিপামৰ তাদৈ আৰু শিলগুৰিৰ আঘোনী বায়ে কন্দাৰ দৰে নহয় নে? সেয়ে আইদেউহঁতৰ কান্দোনৰ ফেশ্যন চাই হাঁহি উঠিছে।' এই বুলি জয়মলকায়ে আকৌ হাঁহিব ধৰিলে।

মেনেজাৰে বাধা দি কলে—'হেৰা মেনটি! নাহাঁহিবা, মানে

মনে থাকা।'

'এৰা সেয়েটো। যত্নৰ ক্ৰুটি কৰা নাই। কিন্তু নোৱাৰো। এনে হাঁহি উঠা কথাত নাহাঁহি থাকো কেনেকৈ?'

এনেতে আৰু কেইগৰাকীমান তিৰোতা আহি—'অ' আই কলৈ গলি ঐ।' বুলি কান্দোনৰ ৰোল তুলিলে।

জয়মলকায়ে মেনেজাৰক হাতযোৰ কৰি কলে—'মেনেজাৰ দেউতা। দোষ নধৰিব। মই আইৰ মৃত্যুৰ কথাত হঁহা নাই। এনে এগৰাকী দয়ালু মৰমিয়াল আই আৰু পাম নে? পিচে আই মুক্ত জীৱ। ফুৰুক কৰে উৰা মাৰি বৈকুণ্ঠত উঠিল। আমি কান্দিও তাক বাধা দিব নোৱাৰো, হাঁহিও বাধা দিব নোৱাৰো। পিছে হাঁহিছোঁ অন্য কথাত হে।'

মেনেজৰে জেৰা আৰম্ভ কৰিলে—

'কি অন্য কথাতনো হাঁহিছা মেনটি।' 'এ এইবাহে এতিয়া কান্দিছে নহয়। দহ দিনৰ দিনা এই কান্দোন কলৈ যায় তাকে ভাবিহে হাঁহিছো। সিদিনা কান্দোন তল পৰিব। গাখীৰ, গুৰ, কোমল চাউলৰ কথাই সাৰ হ'ব। সেই কথা ভাবিহে হাঁহি উঠিছে। এনেদৰেই জয়মলকায়ে কথা পাগুলি পাগুলি হাঁহে। কেতিয়াবা বাটেদি গৈ থাকোতেও ককায়ে অকলে অকলে হাঁহে। হাঁহিৰেই জয়মলকায়ে জীৱনটো কটাই দি গ'ল।



পুহ মাহ যাওঁ যাওঁ। মাঘ বিহুলৈ আৰু দহ বাৰ দিনহে বাকী। পথাৰৰ লখিমী চপাই ৰাইজে ভাগৰ জুৰাইছে। এনেতে অৱসৰ বিনোদনৰ কথা উঠিল। সেয়ে ৰাইজে মন মেলিলে—মাছ মাৰিবলৈ। ফুলং বিলত জাককৰা ভাবে মাছ মাৰিব। দিন মাছ গণি ৰাইজ সাজু হ'ল। মাছ মাৰিবলৈ। হাতত পল, জুলুকী, জাল, যাঠি লৈ ৰাইজ ওলাল। মাছ মৰা চাবলৈও বহুত ওলাল। আমিও ওলালো। বিলৰ পানী ঘোলোলা কৰি ৰাইজে মাছ মাৰিছে।

ওচৰত বহি জয়মলকায়েও বিড়ি হুপি বহিছে। জয়মলকাইক আগুৰি বহুতে ৰগৰ তুলিছে। এনেতে এজনৰ পলত এটা ডাঙৰ বৰালি মাছ পৰিল। মাছটো আনি পাৰত তুলিলে। পাৰত থকা সকলো লোক মাছটো চাবলৈ ঢাপলি মেলিলে। কিন্তু জয়মলকাই নুঠিল। বহাতে ৰল। এজনে মাতিলে "ককাই বলা। বৰ ডাঙৰ বৰালি পৰিছে। চাওঁগে।" ককাই কিন্তু নিৰ্বিকাৰ। কলে—"বোপায় জীৱৰ মৰণ মিলাত উত্ৰাৱল নহবি। বালীলৈ যিপাত সুগ্ৰীৱলৈও সেইপাত।" এই বুলি একাকি পদো আওৰালে—

'যমুনা শুকালে বগে ধৰি খাইলে
অল্প পানীৰ মাছ
হৰি নাম লবলে হেলা নকৰিবা
কালে ধৰি থাকে পাছ'—

এই বুলি খেকখেককৈ হাঁহিবলৈ ধৰিলে। এনে হাঁহি ককায়ে সততে নাহাহে। কিবা গুৰু অৰ্থ উলিয়াইহে এনেকৈ হাঁহি মাৰে। মাছ এৰি দুই এজনে ককাইৰ কাষ চাপিল। কলে—'ককাই পদ জুৰিলা যে। আৰু কিবা বালী সুগ্ৰীৱৰ কথাও কলে দেখোন।'

'এৰা তাকেতো কৈছো। মাছ মৰা কথালৈহে হাঁহিছো। মাছ ধৰিবলৈ পল জাল লৈ মাছ খেদি ফুৰিছা নহয়। পিছে কালে আমাৰ পাছে পাছেও এনেকৈ পল', জুলুকী, জাল, যাঠি লৈ খেদি ফুৰিছে। কেতিয়া কোন কত পৰে ঠিকনা নাই---বুজিছা। জীৱৰ গতি দেখিও জীৱে তাক পাহৰি আনন্দত উত্ৰাৱল হোৱা দেখিহে হাঁহি সামৰিব পৰা নাই। অন্ধ ঐ বোপায়! আমি সকলো অন্ধ! এই বুলি ককায়ে আকৌ হাঁহিব ধৰিলে।'

জয়মলকায়ে এনেদৰে দেহ তত্ত্বৰ কথা উলিয়াই কেতিয়াবা শুনোতাক চমক লগায়। শুনোতাৰ হাঁহিৰ ৰোল নিজম পৰে। কিন্তু ককাইৰ মুখত হলে হাঁহি নুগুনো। হাঁহি হাঁহিয়েই—নিজক পাহৰি থাকে। হাঁহি হাঁহি জীৱন কটায়।

এবাৰ গাঁৱত নাট মেলিছে। কৌৰব পাণ্ডৱৰ পাল্লা। মাহ জুৰি আহি অখৰা চলিছে। আখৰালৈ ভাওৰীয়া সকল অহাৰ আগতেই জয়মলকাই ঠাই লয়। খুটা এটাত একাশৰীয়াকৈ বহি আখৰাৰ ৰেহৰূপ চায়।

তিথিমতে অভিনয়ৰ দিন পৰিল। গাঁৱৰ সকলো মুনিহ-তিৰোতা আহি দৰ্শকৰ শাৰীত বহিল। সভাঘৰ লোকাৰণ্য, হাঁহি কিৰিলি হাততালিৰ মাজত অভিনয় আগবাঢ়িল। এনেতে দুঃশাসনৰ ৰক্তপানৰ দৃশ্য আহি পৰিল। ভীমৰ গৰ্জনত আকাশ-পাতাল কম্পমান হল। আগত বহি থকা কণ কণ লৰা-ছোৱালীবোৰ ভয়ত মাক-বাপেকৰ কোচত সোমাল। ভয়াবহ দৃশ্য। মানুহে মানুহৰ বুকুৰ তেজ খাব। ভীমে গদাৰ কোবেৰে দুঃশাসনক ধৰাশায়ী কৰিলে। মাটিত পৰি থকা দুঃশাসনৰ বুকুত উঠি ভীমে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে। এনেতে এবাৰ জয়মলকাইৰ হাঁহি শুনা গ'ল। মুখত গামোছা দি হহাঁ হাঁহি। হাঁহিৰ ৰোল ফিঁচকাৰীৰ ফাকু ওলোৱাদি চিৰিক্ চিৰিক কৈ ওলাইছে। কিন্তু বিশেষ ক্ষতি নহল। ভীমৰ আস্ফালনত হাঁহি তল পৰিল। সেই দৃশ্য শেষ হল। লাহে লাহে অভিনয় অন্ত পৰিল। দৰ্শকসকল ঘৰাঘৰি গল। ছোঁ ঘৰত চাহৰ মেল বহিছে। এনেতে জয়মলকাই শব্দহীন হাঁহি মাৰি ছোঁঘৰত সোমাল। চাহ-জলপানৰ ভাগলোৱাৰ আশাৰে। মেনেজাৰে ককাইক দেখি সুধিলে—'মেনটি। তুমি বোলে দুঃশাসনৰ ৰক্তপান কৰোতে হাঁহিছিলা? হয়নে?'

'এৰা মেনেজাৰ দেউতা হাঁহি উঠিল। মুখত সোপা দিও হাঁহিৰ বান ভেটিব নোৱাৰিলো। দোষ নধৰিব।'

মেনেজাৰে অলপ গুজৰি কলে,--- 'সকলোৱে ভয়ত পেপুৱা লাগিল। তোমাৰ হাঁহি উঠিল?'

'উঠিল মেনেজাৰ দেউতা। দুঃশাসনৰ তেজ পিয়া কথাত নহয়! আন এটা কথা মনত পৰিহে হাঁহিলো।'

'কি কথা মনত পৰিল?'

'এ নকব! এদিন দুপৰীয়া, বুইছে দেউতা! সেই

ললিতৰ পদূলিৰে বাট বুলিছিলো। দেখিলো বেৰৰ কাষৰ ছাঙত এটা কেৰাণ ধৰা পানীলাও ওলমি আছে। ভাবিলো এইটো গৃহস্থই নাখায়। এনেয়ে নিশেষ হব। এই বুলি হাত মেলি লাওটো ছিঙিলো। এনেতেনো কৰ পৰা সি আহি ওলাল ততকে ধৰিব নোৱাৰিলো। সি হাতত থকা লকুডালেৰে পিঠিত এককোব মাৰি, লাওটো মোৰ হাতৰ পৰা আজুৰি নি পিতনিত পেলাই দিলে। এ-বলকা গালিও পাৰিলে।

সিদিনা পানীলাওটো মোৰ হাতৰ পৰা কাঢ়ি নি বীৰত্ব দেখুৱাই-ছিল। কিন্তু আজি কি দশা হ'ল? ৰাইজৰ আগতে মহীধৰে (ভীম) তাৰ জীউ লাওটোকে আজুৰি নানিলেনে? সেই কথা ভাবিহে হাঁহি উঠিল মেনেজাৰ দেউতা। আপোনাৰ পাল্লা চাই হঁহা নাই। ছোঁ ঘৰত বহি থকা লোকৰ মাজত হাঁহিৰ খলকনি উঠিল। মেনেজাৰে ললিতক (দুঃশাসন) মাতি আনি কথাটো সকীয়ালে। পুনৰ হাঁহিৰ জাউৰি উঠিল। ললিতেও হাঁহি সামৰিব নোৱাৰিলে।

□ □ □

ইংৰাজৰ দিন। তৃতীয় দশকৰ কথা কৈছো।

বহাগ বিহুৰ বতৰ। তেতিয়া বিহু চহৰৰ ছাঙত উঠা নাই। বিহু গাঁৱৰ উৎসৱ। বিহু বুলিলেই নামঘৰ, পথাৰ, নৈ বিলৰ কথা মনলৈ আহে। আমি তেতিয়া কলেজীয়া ছাত্ৰ। গাঁৱলৈ গৈছো বিহু উপভোগ কৰাৰ মানসে।

বৰ বিহুৰ দিনা দুপৰীয়া খেল সামৰি আমি ঘৰমুৱা হৈছো। চুবুৰী সোমাই আগ বাঢ়িছো। এনেতে দেখিলো—এঘৰৰ পৰা জয়মল-কাই ওলাইছে। বাটঘৰ গচকি গাঁৱৰ আলিত উঠে জয়মলকায়ে হাঁহি মাৰি এক স্বগতঃ উক্তি কৰা শুনিলো। 'হে হৰি এনে বিহু সদায় ঘটোৱা।' আমি ককাইক আগুৰি ধৰিলো। এজনে তপৰাই ধৰিলে— 'ককাই আজি বিহুৰ জা জলপান গললৈকে গিলিলা হব পায়? মুখখন বেছ ৰঙীণ দেখিছো। সেয়ে বোধকৰো—এই বিহু সদায় থকাৰ কথা

কৈছা ?'

জয়মলকায়ে হাঁহি মাৰি কলে 'নহয় ঐ বোপাইহঁত। কোনেনো নোখোৱাকৈ মৰিছে। দয়ালু ঈশ্বৰে কাকো বঞ্চিত কৰা নাই। চৰাই চিৰিকতিলৈও যুগুতাই ৰাখিছে। আজি কেইদিন মানৰ পৰা এটা ঢেকুৰা কুকুৰ মোৰ ঘৰত লম্ভিছে। মোৰ ঘৰতনো কিতো পাব। সি চুবুৰী-য়াৰ চুৱনিৰ পৰা আহাৰ গোটাই মোৰ গা ৰখীয়া সাজিছে। সেয়েহে কৈছো জীৱ দিয়া ঈশ্বৰেই সকলো জীৱৰ কাৰণেই আহাৰ যুগুতাই ৰাখিছে। ভাগ্য মতে ভোগ'। এজনে ওপৰতে ধৰিলে 'তেন্তে ককাই এনে বিহু সদায় থাকক বুলি প্ৰাৰ্থনা জনালা কেলেই ?' ককায়ে পুনৰ এটি অৰ্থ পূৰ্ণ হাঁহি মাৰি কলে—'মই জা-জলপান আশা কৰি সেই প্ৰাৰ্থনা কৰা নাই। আজি এটা নতুন কথা দেখিলো। সচাঁ বিহু।'

আমি আটায় ককাইক আগুৰি ধৰিলো। সুধিলো। 'ককাই কি সঁচা বিহু দেখিলা আমাকো কোৱাচোন ? আমিও সেই সঁচা বিহু চাওঁ।'

গহীন হৈ ককায়ে কলে—'আজি বোৱাৰীয়েকে লৰা-ছোৱালী দুটিৰে আইক সেৱা কৰা দেখিলোঁ। সেয়েহে কৈছো এনে বিহু সদায় হওঁক।' এই বুলি ককায়ে বাট ললে। আমি থৰ হলো। এৰা এই ঘৰ লোকৰ শাহু বোৱাৰীৰ কাজিয়া সকলোৰে সুবিদিত। মাত-বোল হেনো নাই। দুয়ো দুভাগে খায়। আজি বোৱাৰীয়েকে শাহুয়েকক সেৱা কৰাৰ কথাত আমাৰো বৰ ভাল লাগি গ'ল। সিদিনা কিন্তু জয়মলকাইৰ কথাযাৰিৰ বিষয়ে সিমান দকৈ ভাবিব নোৱাৰিলো।

আজি উভতি চাই কিন্তু বুজিলো, এইবোৰ বেদ বাক্যৰ দৰে। বিহুৰ বহু ভাল কথা আজি লোপ পালে। বিহু বিজতৰীয়া হল বুলি বহুতে আক্ষেপো কৰে। জয়মলকায়ে এই কথাকে সিদিনা সকীয়াই গৈছিল। সেয়ে বিহু বিপথে যোৱা দেখিলে জয়মলকাইৰ কথাষাৰি আজিও মনত পৰে—

"হে হৰি এনে বিহু সদায় ঘটোৱা।' □ □ □

## চোৰৰ লগত এনিশা

১৯৬৭ চন। মই তেতিয়া বিধায়ক। কমলপুৰ সমষ্টিৰ। বিৰোধী পক্ষত। প্ৰজা ছচিয়েলিষ্ট দলৰ। শাসক দল কংগ্ৰেছ। শ্ৰীবিমলা প্ৰসাদ চলিহা তেতিয়া মুখ্যমন্ত্ৰী। ৰাজহুৱা সমস্যাৰ সমাধানৰ কাৰণে বহু যত্ন কৰিব লাগে। বিৰোধী দলৰ বিধায়কৰ পক্ষে ই বৰ কঠিন কাম। মন্ত্ৰীৰ সহায় নহলে সহজে সি নিসিজে। সমষ্টিৰ এখন গাঁৱৰ এটি বৰ পুৰণা সমস্যা আছিল। গেঠেলা মাৰিছে। কিন্তু ৰাইজৰ বৰ আশা—এই সমস্যাটো সমাধান মই কৰিব পাৰিম। সেই আশা কৰি-য়েই সেই গাৱঁৰ ৰাইজেও বুজন সংখ্যাকে ভোট মোক দিছিল।

সমস্যাটো সমাধানৰ কাৰণে তৎপৰ হলো। সমস্যাটো এখন স্কুল লৈ। বামুণ গাৱঁৰ হাইস্কুল। জৱাহৰলাল নেহেৰু হাইস্কুল। ৰিঙি মাৰিলেই শুনা আঁতৰতে আৰু এখন স্কুল আছে। নাম জহৰ জ্যোতি হাইস্কুল। সেয়ে বিভাগে এইখন স্কুল পতাত সম্মতি দিবলৈ নিবিচাৰে।

শিক্ষা মন্ত্ৰী হাগজেৰ। সূৰ্যভদ্ৰ হাগজেৰ। বৰ দৰদী লোক। তেওঁৰ ওচৰ চাপিলো। তেওঁ ৰাজ্যমন্ত্ৰী চৈয়দ আহম্মদ আলীৰ লগত যোগাযোগ কৰিবলৈ দিলে। পৰামৰ্শ মতে মই চৈয়দ আহম্মদ আলী চাহাবৰ ওচৰ চাপিলো। তেওঁক খবচি মাৰি এই স্কুলৰ ইতিবৃত্ত শুনিলে। তদুপৰি তেওঁ স্কুলখন এবাৰ চাবলৈ মন কৰিলে। কথামতেই কাম হ'ল। সেই বছৰৰে ডিচেম্বৰ মাহত আমি সেই স্কুললৈ গলো। তেতিয়া ৰাজধানী চিলঙত। চৈয়দ আহম্মদ আলি চাহাবে তেওঁৰ ভ্ৰমণ সুচী মোলৈ পঠাই গুৱাহাটীৰ চাৰ্কিট হাউছত লগ ধৰিবলৈ লেখিলে। সেইমতে দুয়ো লগ হৈ বামুণগাঁৱৰ স্কুল চাবলৈ ৰাওনা হ'লো।

বহু ৰাইজ গোট খাইছিল। সভা ভঙ্গ হওঁতে গধূলি প্ৰায় ৭ বাজিল। তাৰ পিচত চাহ খোৱা। সেইবোৰ শেষ হয় মানে ৮ বাজিবৰ হল। জাৰৰ দিন—সোনকালে বেলি ডুবে। এনেতে চৈয়দ আহম্মদ আলিয়ে সুধিলে—'চৌধুৰী আপুনি এতিয়া কলৈ যাব? মইতো গুৱাহাটীলৈ নাযাওঁ। মই আজি নলবাৰীত নিশা থাকিম। আপোনাৰ যোৱাৰ কিবা সুবিধা হব নে নহয়?' মই 'হব' বুলি কৈ তেওঁক বিদায় দিলো।

লাহে লাহে ৰাইজ পাতলিল। আমি কেইজনমানে স্কুলৰ কোঠাতে কথা পাতি ৰাইজৰ সমস্যা সমাধানৰ কাৰণে আহিছিলো। এতিয়া নিজেই এটি সমস্যাত পৰিলো—ক'ত থাকো? কমলপুৰ ডাক বঙ্গলালৈ ৪/৫ মাইল দূৰ। এইখন গাঁৱত তেনে আলহী থাকিব পৰা লোক নাই। আগতে কেতিয়াওঁ থকা নাই। ভোটৰ সময়ত ৰাইজক ৰাজহুৱা ভাবেই লগ পাইছিলো। তদুপৰি গাওঁখনৰ নাম যদিও বামুণগাওঁ—ইয়াৰ বাসিন্দা সকল মুছলমান। কথা পাতি আছো যদিও সেই ৰাতিটো কটোৱাৰ কথাই মনত তোলপাৰ লগাই আছে। এনেতে এজন কাষ চাপি আহিল—মফিজুদ্দিন। প্ৰাথমিক স্কুলৰ শিক্ষক। মোৰ চিনাকি। গাঁৱৰ ৰাজহুৱা কামত আগবঢ়া। তেওঁ সুধিলে 'আপুনি চাৰ এই ৰাতিখন আৰু বাছ, ট্ৰাক নাপাব। ট্ৰাকত যোৱাটোও ভাল নহব। ৰেল আছে—পুৱাৰ ভাগতহে। কি কৰিব খোজে কওঁক।'

মই কলো—ৰাতি ইয়াতে থাকিম। ঠাই অকণ নহব জানো?

'কিয় নহব! মোৰ তাতে সুবিধা কৰি দিম। পিচে খোঁৱা বোৱা নিজে ৰান্ধি খাই যদি যোগাৰ কৰি দিম।'

'কিয়—মোৰ কাৰণে ৰাতিৰ সাজ আপোনাৰ তাতে নহব জানো?'

মফিজুদ্দিন মাষ্টৰে বৰ আনন্দ পালে। ওলাই আহি কাৰবাক দিহা দিয়া শুনিলো। তাতেই অলপ সময় কটাই শিক্ষক কেইজনমানেৰে মফিজুদ্দিনৰ ঘৰলৈ আহিলো।

মফিজুদ্দিনৰ ঘৰ পালোহি। স্কুলৰ কেইখোজমান আঁতৰতে তেওঁৰ ঘৰ। বিৰাট আয়োজন চলিছে। ১০/১২ জন ডেকা লৰাই তদ্‌বিত কৰিছে। পদূলি আৰু চোতালত পেট্ৰমাক্স লাইত জ্বলাইছে। মফিজুদ্দিনৰ দুখন ঘৰ। ঘাই ঘৰ তেতিয়া গাবঁত। ইয়াত নতুনকৈ ঘৰ বান্ধিছে। পকা ঘাই ঘৰ। কাষতে এটি সৰু ঘৰ। বৈঠক খানাৰ কাৰণে সজাইছে। সম্পূৰ্ণ হোৱা নাই। বেৰবোৰ লেপা পোছা কৰিবলৈ বাকী আছে। তাতেই মোৰ কাৰণে থকাৰ দিহা কৰিছে। ভিতৰৰ বেৰত বিভিন্ন পৰ্দা আৰি এখন সুন্দৰকৈ বিছনা পাৰিছে। কাষতে এখন মেজ আৰু মেজৰ ওপৰত এটি হাৰিকেন।

তাতো কিছু বাইজ থুপ খালে। বহু কথা ওলাল। ৰাতি প্ৰাণৰ কথা ওলাই। বহুতে বং বহইচৰ কথাও উলিয়ালে। এনেদৰে কথা পাতি থাকোতে প্ৰায় বাৰ বাজিবৰ হল। মোৰ খোৱাৰ যোগাৰ হল। খাই বই পাটিত পৰিলো। ডেকাবাহে মোক ৰখিবলৈ ঘাই ঘৰৰ পিৰালিতে নিজৰ থকা মেলাৰ যোগাৰ কৰিছে। চোতালত কেটলি আৰু চৌকা পাতি ৰাতি চাহ খাবলৈ যা-যোগাৰ কৰি ললে। দুটা পেট্ৰমাক্সৰ পোহৰে মোৰ কোঠালীৰো ভিতৰ চুলে। মই হাৰিকেন লেমটোৰ ফিটাডাল কমাই মেজৰ তলত থৈ শুই পৰিলো। বহু ৰাতিলৈকে টোপনি নাহিল। বাহিৰত লৰাবাহে ফুচফুচাই কথাপাতি বেছ ৰং ৰহইচ কৰি আছে। চাহৰ খলি পাতিলে।

শেষ নিশা চিলমিল কৈ টোপনি আহিল। এনেতে মফিজুদ্দিন মাষ্টৰে ফুচফুচাই মাতিলেহি।

'এম-এল এ চাহাব। উঠকচোন।'

'কি হল ?'

'চোৰ কেইটামান আহিছে।'

'চোৰ ? কত ?'

'আমাৰ ঘৰতে।'

মোৰ বুকুখন চিৰিংকৈ উঠিল। আৰু এটা সমস্যাত পৰিলো।

চোৰ ধৰা সাক্ষীত পৰিম । কলো—'দুৱাৰ খুলিম নে ।'

'খোলক' ।

ভয়ে ভয়ে দুৱাৰখন খুলিলো । মফিজুদ্দিন মাষ্টৰ সোমাই আহিল । কলে—অঞ্চলৰ চোৰ চাৰিজনআহিছে । সিহঁতে আপোনাৰে কথা হব খোজে ।

চিন্তাত পৰিলো । চোৰক বিধায়ক লাগে কিয় ? আহিব কলো ।

ল'ৰা দুজনে এখন দীঘল বেঞ্চি আনি পাৰি দিলে । সিহঁত মাষ্টৰেৰে সোমাই আহিল । মই বহিব কৈ মোৰ বিছনাৰ আঁঠুৱাখন আঁতৰাই তাতেই বহিলো । মফিজুদ্দিনে সিহঁতৰ ফালে চাই কি কথা আছে কবলৈ কলে ।

এজন ল'ৰাই পেট্ৰমাক্স লাইট এটা আনি থলেহি । কোঠালীটো দিন যেন পোহৰ হৈ পৰিল । চাৰিওজনৰ ফালে চক ফুৰাই চালো । তিনিজন বুঢ়া আৰু এজন ডেকা । বংসৰ ভৰত বুঢ়া তিনিজন হালি পৰিছে । দাটি গোফ সকলো পকা । ডেকাজন কিন্তু গাঠলু । হাতীৰ বল থকা ডেকা । চকু ফুৰাই চাওঁতে এজনক চিনাকী চিনাকী লাগিল । সুধিলো—ক'ত দেখিছিলো ? তেওঁ কলে -'মই আগতে গুৱাহাটীত আছিলো । 'অসমীয়া' আৰু "বান্ধবি" বিলাইছিলো । আপোনাৰ ঘৰতো দিছিলো ।' এৰা ভালকৈ মনত পৰিল । চাৰিওজনৰে নাম ধাম ঠিকনা সুধিলো । কলে—কিন্তু এই পাঠত নাম উল্লেখ নকৰিলো । ভবিষ্যত ভাবি পাছ সৌ নাগাৰ থাকিব । ১নংৰ পৰা ৪ নং লৈকে তেওঁলোকৰ টিকী ৰাখিলো । প্ৰথমতে তেওঁলোকৰ সমস্যাৰ কথা কলে । -'চাৰ আমি বঢ়া হলো । চুৰ কৰা ব্যৱসায় এৰি দিলো । দিবলৈ বাধ্যও হলো । শৰীৰে নাতে । গৃহস্থই সাৰ পালে লৰি পলাব নোৱাৰা হলো সেয়ে 'কামলা' হলো । খন্তি, চিপৰাং এৰি দা হাতত ললো । ইজনৰ সিজনৰ বাৰী বা ঘৰত কাম কৰি দিন হাজিৰা লওঁ । কিন্তু থলপাতে নলবাৰীৰ ফালে চোৰ হল । আমাৰ দুজনক ধৰি নিলে । আমি কত চোৰ হল, কি বস্তু চোৰ হল একো ভুকে নাপালো । কিন্তু প্ৰায় তিনি মাহ মান জেলত

কটালো। এতিয়া ঘূৰি আহি দুয়োজনে হাজিৰাৰ কাম নোপোৱা হৈছো। চোৰ বুলি কামত নলগায়। জানো দিনত ঘৰৰ বাটপথ চিনি ৰাতি চুৰ কৰোঁ। দুজনৰ এই সমস্যা, তৃতীয়জনৰ কথা বেলেগ। তেওঁ ই দুজনক ধৰাৰ কথা গম পায়েই পলাইছিল। কিন্তু এই দুজন জেলত সোমোৱাৰ কাৰণে তেওঁৰো লেঠা লাগিল। আনকি জী-জোৱায়েও ঘৰত থাকিব নিদিয়ে। ভাত মুঠি দিলেও ঘৰত শুব নিদিয়ে। সেয়ে এই কেইমাহ য.৬ তাতে পৰি পৰি থাকি ই দ.জন খালাচ হোৱাতহে ওলাই আহিছে।

৪র্থ জনৰ সমস্যা আৰু করুণ। তেওঁ কলে "মই ছাৰ ভাল লগা নাই কাৰণে এই ব্যৱসায় এৰি হালং ধৰিলো। এজন মহাজনৰ মাটি আধি ললো। খিক্কাও কৰিলো।"

প্ৰথমজনে কব ধৰিলে—"হেই কথা লুকাইছ কিয় ? নকৱ কিয়? ছাৰ আমি এই ব্যৱসায় এবাৰ ওচাতেও কৰো ই সিন্ধিত সোমায ভিতৰৰ দুৱাৰ খোলাত ওস্তাদ। ইমানটো শৰীৰ তাৰ, কিন্তু খোজ কাটিলে পক্কা বগোশাদি বগায়। এ.কা শব্দ নহয়। ই ছাৰ এবাৰ এঘৰ মানুহৰ ঘাত চোৰ ধৰিবলৈ যাওঁতে জনী আপি শুই থকা দেখিলে। তাইৰ মুখখন দেখি তাৰ হিয়া গলি গল। আমি বাহিৰত দ.ৱাৰ খোলালৈ সাজু হৈ আছো। ই কিছু সময়ৰ পিছত সি সেই সিন্ধি দিয়েই ওলাই আহিল। আমি জেওৰ পাতিলে। "আজিৰ পৰা আৰু কেতিয়াও চুৰ নকৰো। মই এইখন ঘৰতে সম্বন্ধ পাতিম।" এই বুলি সেই বিদ্যা এৰি হালন ধৰিলে। কামত পটু। যতে লগায় তাতেই পাৰে। ভাল খেতি কৰিলে। এই বুলি আজি দুবছৰে খেতি কৰি ভাল অৱস্থা কৰিলে। বিয়াও পাতিলে সেই সিন্ধি সোমাই দেখা ছোৱালীজনীকে। বৰ-মোহৰুগ ছোৱালীজনীকে পালে। দেখা শুনা মাত কথা "তাৰিফ কৰিব-গীয়া। ইয়াৰ নম্বৰ আগে ছাৰ —।"মোৰ কিবা সাধু কথা শুনা যেন লাগিল। "বৰ ভাল কথা। চোৰ নকৰি নিজে পৰিশ্ৰম কৰি খাইছে ভাল কথা।"

"তাতো লেঠা লাগিল নহয় ছাৰ। আজি এমাহ মান আগতে

হাজোৰ ফালে কোনোবা গাঁৱত চোৰ হল। ই মাইতলীত হাল জুৰিছিল। কিন্তু পুলিচ ডাৰোগা আহি তাক পথাৰৰ পৰাই ধৰি নি হাজোতত ৰাখিলে। আজি ১০।১২ দিন হে হৈছে জেলৰ পৰা আহিছে। চুৰৰ প্ৰমাণ নাপালে খালাচ হল, কিন্তু জেল হাজোততে প্ৰায় ডেৰ মাহ থাকিল।"

"এতিয়া আকৌ হালত ধৰক ভাল হব।"

"কিন্তু ছাৰ ইয়াৰ ঘৰখন ভাঙিল নহয়। তাক চোৰ বুলি ধৰি নিয়াৰ কাৰণে ঘৈণীয়েক ঘৰলৈ গুচি গল। এতিয়া জেলৰ পৰা আহি ঘৈণীয়েকক আনিব গল। কিন্তু তাই নাহে। তাই কৈছে মই চোৰৰ লগত সংসাৰ নকৰো।"

মই তাৰ মুখৰ ফালে চালো। তাৰ চকু দুটাইদি ধাৰাসাৰে চকুপানী ওলাইছে। কোঠালীটো তেনেই নিমাওমাও হল। এনেতে এজন লৰাই মোৰ আগত চাহ নাস্তা ৰাখিলেহি। মই কলো—এওঁলোকলৈকো আনা!

চাহ নাস্তা আহিল। তেওঁলোকে পোনতে নাখাওঁ বুলিছিল। কিন্তু মফিজুদ্দিন মাষ্টৰে কলে—

'খা—মালিকৰ লগত একেলগে বহি চাহ খোৱা ভাগ্য কত পাবি। খা, কিজানি আল্লাই কিবা ভাল কৰেই।'

চাহ খাই সকলো কেইটা সুস্থিৰ হল। মই এই বিষয়ে চিলঙৰ সভাত কিবা এটা কৰিব পাৰিনে নোৱাৰি চেষ্টা কৰিম বুলি তেওঁলোকক বিদায় দিলোঁ। মোৰ কথা ৰাখিলো। ১৯৮৬ চনৰ বাজেট বৈঠকত এই সমস্যাৰ কথা হুবহু উত্থাপন কৰিলো। পুলিচ বিভাগৰ মঞ্জুৰীৰ কালত কৰ্ত্তন প্ৰস্তাব যোগে। তেতিয়া গৃহমন্ত্ৰী চলিহাই উত্তৰত কৈছিল, পুলিচ বিভাগৰ সংস্কাৰৰ কাৰণে এখন উচ্চ পৰ্য্যায়ৰ কমিটি পতাৰ কথা স্থিৰ কৰিছো। তাতে চৌধুৰীয়ে উত্থাপন কৰা কথাবোৰ বিশদভাৱে আলোচনা কৰি কিবা সমাধানৰ পথ দিব বুলি আমি আশা ৰাখিছোঁ।

বাজেট অধিবেশন অন্ত পৰিল। আমি আকৌ ভৈয়ামলৈ

নামিলো ।

এই সমস্যা সমাধান হ'ল বুলি কিন্তু মোৰ পতিয়ন নহ'ল ।

অলপতে এজন উচ্চ পুলিচ বিষয়াক কথাটো কৈছিলো—তেওঁ একে ভাষাৰে সমিধান দিলে—এইবোৰ দাগী । দাগীৰ গ্ৰেপ্তাৰ পুলিচৰ প্ৰাথমিক কৰ্ত্তব্য ।

তেওঁ তাতেই ক্ষান্ত নাথাকি কলে—ৰাজনৈতিক দলৰো নেতা থাকে । ধৰক এটা ধৰ্মঘটৰ আহ্বান দিলে বা এক বিক্ষোভ প্ৰদৰ্শনৰ কথা উঠিল, তেতিয়া এই দাগী নেতাসকলক আগতীয়াকৈ গ্ৰেপ্তাৰ কৰা হয় ।

চোৰৰো দাগী । ৰাজনৈতিক দলৰো দাগী । মই স্তম্ভিত হলো । একো বুজিব নোৱাৰিলো । মূৰ্খৰ দৰে মাথোন মূৰ জোকাৰিলো ।

□ □ □

# পিলিকৰ কাহিনী

পিলিক ।

মোৰ ভাই পিলিকৰ কথা কৈছো । তাৰ ঘাই নাম নলিনী চৌধুৰী । কিন্তু সি পিলিক বুলিয়েই জনাজাত, খেলুৱৈ হিচাবে । আজিও মুৰৰ চোতালৰ বৈঠকত, বিহুতলীত, মেজিঘৰত, ষ্টেডিয়ামৰ ফুট-বল-ক্রিকেট খেলত, বজাৰে-সমাৰে পিলিকৰ নাম উঠে । বহুতে আলোচনা কৰে । তাতোকৈও আচৰিত কথা আলোচনীৰ সম্পাদক বা বাতৰিকাকতত কাম কৰা লোকেও পিলিকৰ বিষয়ে লেখিবলৈ মোক অনুৰোধ কৰে ।

পিলিক মোৰ ভাই সঁচা । কিন্তু সি মোৰ দদাইদেউৰহে ল'ৰা । দদাইদেউ ৺শশধৰ চৌধুৰীৰ । মোৰ দেউতা ৺ভূধৰ চৌধুৰী । দেউতা আৰু এই দদাইদেউ দুয়ো ভাই-ককাই । আমাৰ গাঁৱৰ তেতিয়াৰ গঞা ৰাইজে নাম দিছিল ৰাম-লক্ষ্মণ । কিয় এইদৰে মাতিছিল তাকো জানো ; কিন্তু সেইবোৰ বহু কথা । আজি সেইবোৰ ক'বলৈ বিচৰা নাই । দেউতাই কাছাৰীত কাম কৰে । কিন্তু থাকে গাওঁত । উত্তৰ পাৰত । ৰংমহল গাওঁত । তাৰ পৰাই কাছাৰীলৈ আহ যাহ কৰে । দদাইদেউ তেতিয়াৰ জজৰ পেস্কাৰ । দদাইদেউ জজৰ লগত গোটেই অসমতে মফচল কৰি ফুৰে । দদাইদেউৰ ঘৰখন আছিল ছাত্রাবাসৰ দৰে । আমাৰ সকলোটি ভাই-ককাই আনকি আমাৰ গাঁৱৰ সম্বন্ধীয়া প্রায় সকলো ল'ৰাই দদাইদেউৰ ঘৰতে থাকি পঢ়া শুনা কৰিছিল । পঢ়ি শুনি শিক্ষা সাং কৰি চাকৰি লৈ ওলাই যায় । আন ঠাইত নিজৰ ঘৰ পাতে ।

মই কিন্তু তাতেই থাকিলোঁ । পঢ়া শেষ কৰি শিক্ষকতা কৰোঁ-তেও তাতেই থাকিলো । বিয়াও তাত থাকিয়েই পাতিলোঁ । দুটা ল'ৰা-ছোৱালী হোৱাৰ পিছত পিলিকৰ বিয়াৰ আগে আগেহে সেই

ঘৰ এৰিলোঁ ; কাৰণ মই পৰিয়ালেৰে বাস কৰা কোঠালি পিলিকৰ গৃহস্থীৰ কাৰণে এৰি দি আহিব লগা হ'ল । থুলমূল এইখিনিয়েই আমাৰ ঘৰুৱা বুৰঞ্জী ।

পিলিক নামৰ অৰ্থ নাই । বোধকৰোঁ এই নামেৰে কোনো বাপেক-মাকে কোনো সন্তানৰ নাম ৰখা নাই । তেতিয়াও, এতিয়াও । তথাপি পিলিকৰ নাম কেনেকৈ হ'ল ? এই নামটি পোৱাৰো এটি কাহিনী আছে । আমাৰ ৰংমহল ঘৰৰ হাউলী বৰ ডাঙৰ । প্ৰায় তিনিবিঘা মাটিৰ হাউলী । বৰঘৰ, চৰাঘৰ, মাৰল ঘৰ, ধানৰ ভঁৰাল, গোহালি, নামঘৰ আদিৰে ভৰা । নামঘৰৰ উত্তৰকাষে এটা ডাঙৰ পুখুৰী । পুখুৰীৰ পাৰত হাঁহৰ বাঁহ । এজাক হাঁহ আছিল । এবাৰ আমাৰ ঘৰত কামকৰা লোক এজনে ফুলং বিলৰপৰা শৰালি হাঁহ এটা ধৰি আনিলে । মা-পেহীহঁতে মৰমতে তাক পুহিলে । হাঁহৰ মাজতে ৰাখিলে । কিন্তু তাৰ চাল-চলন বেলেগ । 'পিল্লিক পিল্লিক'কৈ চিঞৰে । সেই সময়তে পিলিক বা নলিনী আমাৰ গাঁৱৰ ঘৰলৈ আহিল । তাৰ তেতিয়া তিনি-চাৰি বছৰ । সি আছিল অতি অঘাইট চাওৱা । সি সেই শৰালি হাঁহজনীৰ পিচত লাগিল । তাইক খেদি ফুৰে । পুখুৰীত পৰি হাঁহজনীয়ে সাঁতোৰে । ডুবিযাই, 'পিল্লিক পিল্লিক'কৈ মাতে । নলিনীয়ে তাৰ মাত অনুকৰণ কৰি পিল্লিক পিল্লিককৈ পুখুৰীৰ চাৰিওকাষে ঘূৰি ফুৰে । আমাৰ দেউতা বৰ গহীন প্ৰকৃতিৰ লোক আছিল । ল'ৰা-ছোৱালীয়ে দেউতাৰ কাষকে নাচাপে । মইতো দেউতাৰ ছাঁ দেখিলেই বাট সলাওঁ । কিন্তু নলিনীয়ে দেউতাক কাবু কৰিলে । তাৰ পিছে পিছে পুখুৰীৰ পাৰত দেউতায়ো খেলা হ'ল । খেলুৱৈ তিনিজন— দেউতা, সি আৰু শৰালি । তাক শৰালিটোক মাতিব দিয়ে । সি পিল্লিক পিল্লিককৈ চিঞৰে ; দেউতায়ো তাৰ দৰে চিঞৰে, আৰু সকলোৱে সেই খেল দূৰৈৰ পৰা চাওঁ । দেউতাই ইফালৰ—সিফালৰ পৰা আহি তাক পিল্লিক পিল্লিককৈ মাতি পুনৰ পুখুৰীৰ কাষ চাপে । এনেদৰে আঠ -দহদিনৰ মূৰত খুৰীদেউহঁত পাৰ হ'ল । কিন্তু শৰা-

লিটো এৰি সি নাহে। পাছত সেই শৰালি হাঁহজনী কোচত লৈহে সি পাৰ হ'ল।

দেউতা কাছাৰিলৈ বুলি সদায় নাৱেৰে পাৰ হয়। নিজৰ বৰীয়া নাও নাৱৰীয়া আছিল মনাই। কাছাৰী ছুটীৰ পিছত দেউতা ফটিক ৰ'ডত থকা দদাইদেউৰ ঘৰলৈ আহে। সদায় আহে। তাতে চাহ খাই পাৰ হয়। দেউতাই আহিয়েই 'পিল্লিক পিল্লিক'কৈ তাক মাতে। তাৰ থকা নাম ৰাখিছিল চিকন। দদাইদেউৰ ডাঙৰ ল'ৰাজনৰ নাম আছিল লিকন, পিলিকৰ নাম ৰাখিছিল চিকন। তেতিয়া মাখন, কুনকুন, সৰুবাপ ওপজাই নাছিল। এনেদৰে দেউতাই পিল্লিক পিল্লিককৈ মাতোঁতে মাতোতে চিকন নাম তল পৰিল। পিল্লিক হ'ল। শেষত পিলিক হ'ল। এয়ে হ'ল পিলিক নামৰ ইতিবৃত্ত।

পিলিক সৰুৰে পৰাই দুটা কামত পাকৈত আছিল—খেলত আৰু টেটকুটিত। পিলিকৰ খেল, তাহানিৰ সকলোৱে দেখিছে। কি খেলিছিল, কেনেদৰে খেলিছিল তাক মই ক'ব নোখোজোঁ। এই বিষয়ে বহুজনে ইতিমধ্যে লেখিছেও। তাৰ ভিতৰত নীলিময় চৌধুৰী, পুলক লাহিড়ী আৰু চন্দ্ৰ প্ৰসাদ শইকীয়াই লিখা কথা মোৰ মনত পৰে। মই নিজেও খেলিছিলোঁ যদিও খেলুৱৈ নাম ল'ব নোৱাৰিলোঁ। সেয়ে পিলিকৰ খেলৰ কথা লেখি হাঁহিয়াতৰ পাত্ৰ হ'ব নোখোজোঁ। কিন্তু পিলিকৰ ধকুৱা আচৰণ আৰু সি কৰা টেটকুটনীয়া দুই এটা কাণ্ডৰ উল্লেখ কৰা মোহ সামৰিব নোৱাৰিলোঁ। সেইবোৰে মোক আজিও আমোদ দিয়ে। এতিয়াও বজাৰে-সমাৰে, সতীৰ্থৰ ঘৰৰ বৈঠকত, চাহ খোলাত, আলিবাটৰ পুলত বহি বহুতে আলোচনা কৰাৰ কথা আজিও শুনো। তাৰে দুই এটা উল্লেখ কৰিয়ে সামৰিম।

দদাইদেউৰ ঘড়ী হেবাল, হাতঘড়ী। সদায় অফিচলৈ যাবৰ সময়ত হাতত বান্ধি যায়। অফিচৰপৰা উভতি কোঠালিৰ বেৰত গজাল এটাত আঁৰি থয়। এদিন অফিচলৈ যাবৰ সময়ত ঘড়ীটো নাই। হুৱাদুৱা লাগি পৰিল। দদাইদেউৰ গোজৰণিত ঘৰখন দুফাল

তিনিফাল হ'ল। সকলোৱে বিচাৰিলে। নাই, ঘড়ীটো নাই। ঘড়ী নোহোৱাকৈয়ে দদাইদেউ অফিচলৈ গ'ল। খুৰীদেউ আৰু আমি আটাইবোৰে প্ৰায় দিনটো বিচাৰিলোঁ; নাই ঘড়ীটো নোলাল। অফিচতো ঘড়ীটো এৰি অহা নাই। নোলাল যি নোলালেই। চাৰি-পাঁচদিন বিচাৰিও ঘড়ীটো আৰু নোলাল। দদাইদেৱে পিছত এটা জেপঘড়ী কিনি আনিলে। সাত-আঠ দিন পাৰ হ'ল। ঘড়ী হেৰোৱা কথা তল পৰিল। মই সেইবাৰ আই, এচ, চি, পৰীক্ষা দিম। মোৰ মেজ বহী-কাগজেৰে ঠাহখোলা। এদিন গধূলি ফুৰি আহি মেজত বহিছোঁ, বহী এটা দাঙি ইফলীযা কৰিছোঁ। এনেতে দেখিলোঁ। ঘড়ীটো তাতে আছে। আচৰিত হ'লো, ঘড়ীটো তাত কোনে থলে? মই নি ঘড়ীটো খুৰীদেউক দিলোঁগৈ। খুৰীদেৱে দদাইদেউক দিলেগৈ। দদাইদেৱে ঘড়ীটো লৈ মোক মাতিলে। মোৰ জীৱ উৰি গ'ল। ওচৰ চাপিলোঁ। কিবা বিধ প্ৰসন্ন আছিল। দদাইদেৱে ক'লে—হো, ঘড়ীটো তয়ে ল। তোক এটা ঘড়ী লাগে। ঘড়ীটো হাতত নিজেই বান্ধি দিলে। মই অপৰাধীৰ দৰে কোঠাত সোমালোঁহি। মনটো দমাব নোৱাৰিলো। বেজাৰ লাগিল। ভাবিলোঁ ঘড়ীটো ময়ে আনিছিলো বুলি দদাইদেৱে ভাবিলে।

পিছদিনা পুৱা আমি ৰান্ধনী ঘৰত বহি চাহ-জলপান খাইছোঁ। পিলিকে গহীনাই ক'লে—ঘড়ীটো কি মই মই গোপালক দিছিলোঁ। তাৰ ককায়োক চিলঙত ইণ্টাৰভিউ দিবলৈ গৈছিল। ঘড়ী এটা লাগে, তাক দি দিলোঁ। কালি সি ঘূৰাই দিছে। তাতে থৈ নিজৰ দোষ কটালোঁ। কথাটো জাহিৰ হ'ল। মই আহি আকৌ মেজত বহিলোঁ। সি মোৰ ওচৰ চাপি ক'লে—দে চাৰি অনা পইচা, ৰামস্বৰূপৰ কচুৰী আনো। এটা ঘড়ী দিলোঁ, বকচিচ নিদিবি নেকি? দিলো। কচুৰী আনি সকলোকে বিলালে। মই চাৰি অনাতে এটি ঘড়ী পালোঁ। ৱেষ্ট এণ্ড ৱাচৰ চেকেণ্ডাৰ ঘড়ী। ঘড়ীটো এতিয়াও আছে। আজি পঞ্চাছ বছৰ পাৰ হ'ল; সোণালী জয়ন্তী পাতিব পৰা হৈছে। তথা-

পিতো সেইটো ঠিক চলি আছে। মই হাতত বান্ধি ফুৰোঁ। মাজে মাজে এড়াটোৱে পিলিকৰ কথা সোঁৱৰাই দিয়ে।

বাহিৰৰ সৰু ঘৰটোত দুটা কোঠা। আগৰ কোঠাত দুই ভাই পিলিক আৰু মাখন থাকে। আনটোত মই থাকোঁ। ৰাতি ভাত পানী খাই সকলো নিহপালি দিলে পিলিক ওলাই যায়। লগৰ ল'ৰা কেইজনমানেৰে ওলাই যায়। দুৱাৰ কিন্তু বন্ধ থাকে। খিৰিকি এখনৰ এডাল চিক (লোহাৰ) বেঁকা কৰি লৈছে। সেইফালেদি ওলাই যায়। ল'ৰা কেইজন আমাৰ চিনাকী। দুজনমান নোহোৱা হ'ল, মৰিল; দুই এজন এতিয়াও আছে। এনেদৰে ৰাতি ওলাই যায়। শেষ ৰাতি ঘৰ সোমায়। মই পাতিত নপৰোঁমানে সি পাটিত পৰি ধৰফৰাই থাকে কেতিয়াবা মই ভাত খাই উঠি লেখোঁ। নাটক লেখোঁ। সেইবাৰ 'ৰক্ষকুমাৰ' নাটক লেখিছোঁ। কেতিয়াবা দৃশ্যটো সজাবলৈ বুলি ভাবোঁ, কলম লৈ ভাবি থাকোঁ। এনিশা এনেদৰে বহু ৰাতিলৈকে লেখি আছোঁ। সি বিছনাত ইকাটি-সিকাটি কৰি থকা শুনিছোঁ। এবাৰ বিছনাৰ পৰাই মাত দিলে—'ধনককাইদেউ, দৃশ্য মিলাব পৰা নাই নহয়। এটা কাম কৰিবি, কেইখনমান খিলি পান আনি থবি। খিলিপান খালে মিলাবি পাৰিবি। খিলি খাই মিলি যায় বুলি মহাকবি কালিদাসে কৈ গৈছে নহয়।' মই থতমত খালোঁ। খং উঠিব লাগিছিল, কিন্তু খং মুঠি হাঁহি উঠিল। তাৰ মুখত কালিদাসৰ নাম আৰু আচৰিত উধৃতি শুনি। মই তাৰ ইংগিত বুজিলোঁ। কাম সামৰি শুই থাকিলোঁ। টোপনি অহা নাই। এনেতে সি ভৰিৰ সাৰ হাতত সাৰে উঠিল, খিৰিকি খুলি ওলাই গ'ল। কেতিয়া সোমাল নাজানো। পুনৰ উঠি দেখোঁ সি ভাল ল'ৰাৰ দৰে শুই আছে।

পোনতে তাক বুজাইছিলোঁ। ৰাতি এনেদৰে নাযাবলৈ। সি যি উত্তৰ দিলে কওঁ দেই—

'চাহাবৰোৰ ৰাতি নোশোৱে। সেয়ে সিহঁত ইমান বগা।

বগা হ'বলৈ ৰাতি ফুৰোঁ। ভৰতক দেখা নাই, ( ভৰত চৌধুৰী ) কিমান বগা। সি জান, জন্মৰপৰাই ৰাতি কেতিয়াও শোৱা নাই। সি আনক এই ব্ৰত পাল কৰিব শিকাইছে। তয়ো ওলাবি, বগা হবি। তেতিয়া আৰু থিয়েটাৰ কৰিবলৈ পাউডাৰ সানিব নালাগিব।

সেইদিনা কিন্তু মোৰ খং উঠিছিল। কিন্তু তাক খং কৰি লাভ নাই। খং কৰিলে তাৰ একো নৰচৰ নহয়। দাঁত উলিয়াই হাঁহে।

☐ ☐ বিহুৰ সময়। মাঘ বিহু। উৰুকাৰ দিন ওচৰ চাপিছে। পিলিক সদায় ৰাতি ওলাই যায়। এদিন দেখিলোঁ এখন ডাঙৰ কাগজত এটা কবিতা সুন্দৰকৈ লেখি আনিছে। গোটা গোটা আখৰেৰে।

'নালাগে তোমাৰ প্ৰভু ঐশ্বৰ্য বিভুতি
রাজপদ সন্মান গৌৰব
দৰিদ্ৰৰ লাও-লোটা ভিক্ষাৰ সজুঁলি
সেয়ে মোৰ অতুল বৈভৱ।'

তলত ফুট নোট দিয়া আছে—

বাকীখিনি 'বহাগীৰ বিয়া'লৈ এৰিলোঁ।

গধূলিতে সেইখন কোঠালিত ভালদৰে থলেহি। ভাবিলোঁ, এইখন কিয় আনিছে; যাহওক ভাল কামেই কৰিছে বুলি মনটো সামৰি থলোঁ। ভাল কামত মন দিছে তেও।

পিছদিনা পুনৰ দেখোঁ সেইখন নাই; কিন্তু পিলিক শুই আছে।

আবেলি ইজন-সিজনৰ মুখত শুনিলোঁ কবি ৰঘুনাথ চৌধাৰীৰ বাৰীৰ কবি চুৰ হ'ল। তাত এখন চাইনবোৰ্ড আঁৰি থোৱা আছে। তাত উক্ত কথাখিনি লিখা আছে বুলিও শুনিলোঁ। কাৰ কাম বুজিলোঁ, কিন্তু লজনাৰ দৰে মনে মনে থাকিলোঁ, শেষত কিন্তু কথাটো ফাজিল হ'ল।

☐ ☐ এবাৰ মফাৰাণা ক্লাৱ 'ঢাকা'লৈ যাব। পিলিককো দলত ল'বলৈ বুলি ক্লাবৰ ৰৰমূৰীয়া ডুজনমানে দদাইদেউৰ অনুমতি ল'বলৈ

আহিল। দদাইদেৱে আপত্তি কৰিলে। তাক যাব নিদিয়ে। মোকো খাটনি ধৰিছিল, দদাইদেউক ক'বলৈ। মই জানি শুনিও বাঘৰ মুখত হাত সুমুৱামনে? দদাইদেউক নকৈ খুৰীদেউক কলোঁ। খুৰীদেৱে মোৰ গাত ভেঁজা দি কথাটো দদাইদেউক ক'লে। দদাইদেৱে গুজৰিলে— ইও বদমাচ। তলে পুতল। ডুয়োটা লগ। এটা থিয়েটাৰত, এটা খেলত। সিহঁতে আমাৰ বংশৰ নাম নুমাব।

গোজৰণি শুনাৰ পৰা দুই-চাৰিদিন দদাইদেউৰপৰা আঁৰে আঁৰে লুকাই ফুৰিলোঁ।

পিলিক কিন্তু সাজু হ'ল। সি এটা-দুটাকৈ তাৰ চোলাকাপোৰ নি লুলুৰ তাত থলে। লুলুৰ ধাই নাম নাৰায়ণ দাস। বৰ পাকৈত খেলুৱৈ। ভৰত, লুলু পিলিকৰ খেল চাবলৈ জজ পথাৰ লোকেৰে ঠাহ খাই পৰে। নিৰ্দিষ্ট দিনত পুৱাৰপৰা পিলিক নাই। কাৰ মুখত কেনেকৈ ক'ত শুনিলে নাজানো, দদাইদেৱে কথাটো গম পালে। মোক মাতি ক'লে—সি হাৰামজাদা গ'ল। তই যা আমিনগাঁৱলৈ। তাক কাণত ধৰি টানি আনগৈ।

মই আমিনগাওঁ পালোঁগৈ। মহাৰাণা ক্লাবৰ লোকসকল আছু-তীয়া ৰে'লৰ ডবাত বহি আছে। ৰে'ল যাবলৈ এতিয়াও বহু সময় আছে। মোক দেখিয়েই পিলিক ওচৰ চাপিল। মই কথাটো ক'লোঁ। কথাটো সদাৰ হ'ল। অনিমেষ গাংগুলি, গৌৰী হিমৎচিংকা ওচৰ চাপিল। মোক খাটনি ধৰিলে। ভৰত, লুলুও ওচৰ চাপিল। পিলিকে ক'লে— বল, তয়ো আমাৰ লগত বল। ঢাকা বৰ সুন্দৰ ঠাই। ভাল থিয়েটাৰ হয়। আমাক দেখুৱাব নহয়; তয়ো চাব পাৰিবি।

মোৰ মন কুমলিল। ভাবিলোঁ গাখীৰতে ম'হৰ খুটি। যাবলৈ মন গ'ল। কিন্তু হাতত ধন নাই। দদাইদেৱে দহটা টকা দিছিল। ইতিমধ্যে দুটামান টকা খৰছ হ'লেই। কাপোৰ কাণিও নাই। কেৱল পিন্ধা ধুতি-পাঞ্জাবীযোৰ। সিহঁতে তাত বাটে ঘাটে দেখিলে কিনি দিম বুলি ক'লে। কোনোবা এজনে ক'লে—মোৰ খদ্দৰৰ ধুতি পাঞ্জাবী

লগত আছে।

পিলিকক ওভোতাই অনাৰ পৰিবৰ্তে মই সিহঁতৰ ৰে'লত উঠি ঢাকা পালোঁগৈ। থিয়েটাৰ চোৱা নহ'ল, খেল চালোঁ। সকলো শেষ কৰি গুৱাহাটীলৈ উভটিলোঁ।

গুৱাহাটীৰ ঘৰত দেখিলোঁ, দদাইদেৱে বাৰান্দাৰ বেঞ্চখনত বহি আছে। জীৱ উৰি যোৱা যেন হ'ল। তলমূৰ কৰি ভিতৰ সোমালোঁ। দদাইদেৱে পিলিকক নধৰি মোক ধৰিলে। খুৰীদেউক সকীয়াই ক'লে— 'বুজিছা, ই বদমাছ। সি লগ আছে। মোক আগলৈ মাতি আনি সুধিলে—ত'ই ক'ত মৰিলি গৈ? সি বাৰু গ'ল ঢাকালৈ, তই কত বুৰ মাৰিলি? মই কলোঁ— আমিনগাঁও পোৱাৰ লগে লগে ৰে'লখন এৰি দিলে। মই পিছৰখন গাড়ীত উঠি খেদি গ'লো। দদাইদেৱে কথাষাৰ শেষ হবলৈ নিদি ক'লে— 'ৰেল এৰি দিলে, দিলে, তই ৰে'ল ধৰিব নোৱাৰিলি যেতিয়া লুইতত জঁাপ দি নমৰিলি কিয়? সি ৰে'ল ধৰিব নোৱাৰিলে, পিছৰখনত উঠি খেদি গ'ল। হেৰৌ ফঁাকি দিবলৈ আহিছ, অসমৰ পৰা কেইখন ৰে'ল চলে অ'? মই তলমূৰ কৰি কোঠাত সোমালোঁ। ক্ষন্তেক পিচত খুৰীদেৱে আহি খাবলৈ মাতি নিলে। বাৰান্দাৰ ফালে চাই দেখিলোঁ দদাইদেৱে বৰ মনোযোগেৰে বাতৰি কাকত পঢ়িছে। বেঞ্চত এজাপ বাতৰি কাকত। এৰা পিলিকে ঢাকাৰ পৰা অনা কাগজ জাপেই নিশ্চয়। আনন্দ বাজাৰ পত্ৰিকা। তাত খেলৰ বিবৰণী ওলাইছে। পিলিক-নলিনী চৌধুৰীৰ চমৎকাৰ খেলৰ কথা। পিলিক আৰু মই ৰান্ধনীঘৰৰ মজিয়াত বহি ভাত খাইছোঁ। দদাইদেৱে খুৰীদেউক মাতিলে—হেৰা শুনা কাগজত কি লিখিছে। - এইবুলি 'আনন্দ বজাৰ'ত ওলোৱা খেলৰ বিবৰণী পঢ়ি শুনাইছে! আমি দুয়ো মূৰ গুজি ভাত খাইছোঁ। খুৰীদেৱেও উলাহতে দুয়োকে আৰু এটুকুৰা এটুকুৰা মাছ দিলে। আমিও উলাহেৰে ভক্ষণ কৰিলোঁ।

□□ পিলিকক পঢ়াব লাগে। দদাইদেউৰ নিৰ্দেশ। মাতি আনি

মেজত বহুৱাওঁ। ইংৰাজী আৰু অঙ্ক শিকাব বিচাৰোঁ। সি মোৰ ব্ৰহ্মতালুতে খোট মাৰে। হাঁহি হাঁহি কয়—তই কি ইংৰাজী পঢ়াবি! ধুতি চাদৰ পিন্ধি ফুৰ, কবিৰাজ কবিৰাজ লাগে। নালাগে দে, ভুলকৈ শিকোৱাতকৈ শিকাব নালাগে। কচোন বাৰু লেট কাট মানে কি? মোৰ খং উঠে। খং জামৰি থওঁ। কওঁ—অংক উলিয়া। এলজেব্ৰাৰ কিতাপখন দে। সি শেহা-বেঙা লগায়। কিতাপখন নাই। কে. পি. বসুৰ এলজেব্ৰাখন নাই। মই ক'লো—দদাইদেউক কিতাপ হেৰাইছ বুলি কৈ দিম। সি কাবু হ'ল।

ঃ নকবি। মই সেইখন অমূল্যক দিছোঁ। তাৰ কিতাপ নাই কাৰণে।

ঃ নিজৰ কিতাপ লোকক দিছ? তই কি চাই এলজেব্ৰা কৰিবি?

ঃ এলজেব্ৰা মোৰ নহ'লেও হ'ব। জ্যামিতি আৰু অংকৰেই মই পাচ কৰিম। জ্যামিতি মোৰ ভাল লাগে। খেলত ব্যৱহাৰ কৰিব পাৰি। কোন এংগলত চট মাৰিলে আউট বা চেণ্টাৰে পাব। জ্যামিতিত ৪০ নম্বৰ থাকে। তাত কমেও ২০ ধৰিম। অংকত যদি ১০ পাওঁ, হৈ গ'ল। মিছাতে আৰু মূৰ ঘমাই লাভ কি? মই পাচ হ'লেও পঢ়িম, নহলেও পঢ়িম। কিন্তু সি পঢ়িব নোৱাৰিব। লোকৰ ঘৰত ভাত ৰান্ধি পঢ়ে। ফেল কৰিলে কথাই নাই, পঢ়াৰ চিলিম ছিঙিব। পাচ কৰিলেই নহ'ব বৃত্তি পাব লাগিব। তাক নম্বৰ লাগে ৮০ বা তাতকৈ ওপৰত। মোক লাগে ৩০। এতেকে সকলোৱে সমানে পঢ়িব লাগে কিয়?

পঢ়াৰ কথা ক'লেই সি এনেকুৱা কথা উলিয়ায়। শিক্ষকতকৈ শিকাৰুৰ বক্তৃতা বেছি হয়। সেয়ে মই তলকা মাৰি থাকোঁ।

□ □ পিলিকৰ মৃত্যু হ'ল।

১৯৬৭ চনত। অবশ্যে মৃত্যু নুবুলি অপমৃত্যু বুলিলেহে সঠিক হ'ব। তেতিয়া মই বিধায়ক। বিধানসভা বহিছিল চিলঙত। বিধান সভা বহি থাকোতেই বাতৰি পালোঁ। চলিহাৰ মুখে। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ কথা কৈছোঁ। তেওঁ বিধানসভা বহি থকা

কালতে মোক তেওঁৰ চেম্বাৰলৈ মাতি পঠিয়ালে। ওচৰ চপাত তেওঁ গুৱাহাটীৰ ডি চিৰ পৰা বাতৰিটো পোৱাৰ কথা ক'লে। এখন গাড়ী যুগুতাই ভুবনেশ্বৰ বৰ্মনৰ লগত মোক গুৱাহাটীলৈ পঠালে। চিলঙৰ পৰা গুৱাহাটীলৈ এইছোৱা বাট আহোঁতে মই হেনো এষাৰো কথা কোৱা নাছিলোঁ। সেই কথা বৰ্মনে আজিও মোক কয়।

সঁচা কথা, মোৰ মাত হেৰাই গৈছিল। খুৰীদেউ, পোনা (তাৰ পৰিবাৰ) আৰু তাৰ কণ কণ ল'ৰা-ছোৱালী বস্তি, মণ্টি আৰু জোনটিৰ কথা ভাবি। আজি সিহঁত আটায়ে থিতাপি লাগিছে। বহুতে কয়— পিলিকৰ সদ গুণৰ কাৰণেই সিহঁত প্ৰতিষ্ঠিত হ'ল। কথাটো মোৰো সঁচা সঁচা লাগে। □ □

# বিজয়া বাইদেউ

ডিবৰুলৈ গৈছিলোঁ। ১৬ নৱেম্বৰ '৮৫ শনিবাৰে। অকলে নহয় সপৰিয়ালে-সবান্ধৱে। উদ্দেশ্য বিয়াৰ নিমন্ত্রণ ৰক্ষা কৰা। বিয়া সাধাৰণতে স্ত্রী প্ৰধান পাৰ্বণ। তেওঁলোকৰেই প্ৰাধান্যই বেছি। কিন্তু পুৰুষ জাতিও কম নহয়। ক্ষমতাও সহজে এৰি নিদিয়ে। সেয়ে বিয়াৰ নিমন্ত্রণীত সাধাৰণতে সবান্ধৱে নিমন্ত্রণ কৰাৰ কথা লিখে। তাঁতি 'সবান্ধৱীৰে' লিখা চকুত নপৰে। হয়তো ক্ষমতা এৰা সহজ নহয়। কোনোবা এজন ঋষিয়ে হেনো কৈযে গৈছে - ক্ষমতা চুলিৰ আগ মান থাকিলেও তাক সতকাই এৰি দিব নালাগে। আজি স্ত্রী-জাগৰণৰ যুগ। সেয়ে হয়তো আজিৰ বিয়া বাৰুৰ চিঠিৰ ধৰণ কৰণ লৰিছে। আগতে দৰা বা কইনাৰ পিতৃৰ নামেৰেই এনে চিঠি সাধাৰণতে পোষ্ট কৰা হৈছিল; কিন্তু এতিযা পিতৃ-মাতৃ দুয়োজনৰে নাম নিমন্ত্রণী চিঠিত উল্লেখ কৰা হয়। মই গৱেষক নহয়, তথাপি কোনোবা গৱেষকে এই বিযাৰ চিঠিৰ বিবৰ্তনৰ বিষয়ে গৱেষণা কৰিলে নিশ্চয় উপৰি আৰ্জনৰ থল আছে।

সেই বাৰ যাওক। ওলালোঁ। আমি পাঁচজন--- পৰিবাৰ উষা, বৰবোৱাৰী তুলা, আমাৰ বৈনাইৰ পত্নী ৰেৱতী দত্ত, মই আৰু মোৰ নাতিনী আইমী। ভ্ৰমণৰ কাল চমু। এসপ্তাহ। কিন্তু তাৰ বাবে প্ৰস্তুতি চলিছিল মাহজুৰি। পৰিকল্পনা কৰিছিল পৰিবাৰে। ৰুগীয়া শৰীৰ, তথাপি বিছনাত পৰিয়েই এই ভ্ৰমণসূচী প্ৰস্তুত কৰিছিল। এই সাত দিন ক'ত কোনদিনা থাকিব, কাক কাক লগ ধৰা হ'ব এই সলোবোৰ আঁচনি তেৱেঁই প্ৰস্তুত কৰিছিল। যাত্ৰাৰ ঘাই আলম বাহন। আমাৰ এই যাত্ৰাৰ বাহন হ'ল ৰে'লগাড়ী। আজিকালি অসমীয়া মানুহে সাধাৰণতে বাচতহে ভ্ৰমণ কৰে। ৰে'লগাড়ী সততে

'পৰদেশী' সকলৰ কাৰণে এৰি দিছে। অৱশ্যে ভাগ্যবান সকলৰ কথা সুকীয়া। তেওঁলোকৰ কাৰণে উৰাজাহাজ বা নিজৰ ৰবীয়া মটৰগাড়ী আছে। আমি কিন্তু উজালোঁ। ৰে'লেৰে :

উজনিলৈ যোৱা ৰে'লগাড়ী কেইবাখনো। আমাৰ বাছনিত উঠিল তিনচকীয়া এক্সপেচ। বাছনিত উঠাৰ কাৰণো নোহোৱা নহয়। বাটতে ডুলীয়াজান। তাত জী-জোঁৱাই থাকে। পোনতে তাতে নামি 'আইৰো বাৰ্তা গঙ্গাৰো যাত্ৰা' বোলা কথাষাৰিৰ সন্মান ৰক্ষা কৰা হ'ব। বাচ বা টেক্সিৰে গ'লে ডিব্ৰুগড় চেৰাই যাব লাগে। বিয়াঘৰ চেৰাই যোৱাটো ভাল নেদেখি। তিনিচকীয়া মেইল বাছনিত উঠাৰ আন এটা কাৰণ, আবেলি উঠি পিচদিনা পুৱাই নিৰ্দিষ্ট ঠাই পায়গৈ। পিচে এই গাড়ী ডুলীয়াজানত নৰখে। তাতে ঠিক হ'ল—আগৰ ষ্টেচন নাহৰকটীয়াত নামিম। জী-জোঁৱায়ে আহি গাড়ীৰে লৈ যাব। সেয়ে ১৮ তাৰিখে জোৰণ আৰু ১৯ তাৰিখে বিয়া পাবলৈ বুলি ১৬ তাৰিখেই ৰাওনা হ'লোঁ। পিচদিনা পুৱাই ডুলীয়াজান ওলালোঁগৈ।

১৮ নবেম্বৰ পুৱা জোৰণ ধৰিম বুলি পুৱা ৮ বজাতে ডুলীয়াজান এৰিলোঁ ডিব্ৰুগড় বুলি। আমাৰ ডুজনী খুলশালী ছোৱালী ডিব্ৰুগড়তে থাকে। বিয়া সৰুজনী খুলশালীৰ ছোৱালীৰ। সেয়ে পোনতে মাজু-জনী ভনীয়েকৰ ঘৰত নামি তাতেই জোৰণৰ বাবে সাজ-পাৰ পিন্ধি একেলগে জোৰণলৈ যাব।—এইয়া আছিল পূৰ্ব্ব নিৰ্ধাৰিত কাৰ্য্যসূচী। কিন্তু দহ বজাৰ আগতে গৈ পাই দেখোঁ ঘৰত মাজুজনী ভনীয়েক নাই, ইতিমধ্যে বিয়াঘৰ পালেগৈ। ঘৰ উদং। তেওঁৰ ল'ৰা ৰাজহে আছে। কাৰণো নোহোৱা নহয় ; মূৰকত জোৰণৰ সময় লৰিল ; দহ গুচি ন হ'ল। সকলোৱে লৰা-লৰিকৈ সাজ পিন্ধাত লাগিল। মোৰ কথা অৱশ্যে সুকীয়া। একেযোৰা সাজেৰেই ব্ৰহ্মাণ্ড ঘূৰা মানুহ। তথাপি আলহী কোঠাত সজাই থোৱা ডাঙৰ আইনাখনৰ সন্মুখত থিয় হৈ তপা মূৰটো হাতৰ আঙুলিৰেই ফণীয়াই ল'লো। এনেতে শুনিলোঁ 'তোমালোক আহিলা' বুলি কোনোবাই সুধিছে। ঘূৰি চাই দেখো—

বিজয়া বাইদেউ। আচৰিত হলোঁ। বাইদেউ সততে কোঠালি এৰি নাহে, ঘৰ এৰি অহাতো দূৰৰ কথা। ডাঙৰ চৌহদৰ ঘাই ঘৰত বাইদেউ থাকে। কাষৰ ঘৰত বৰ বোৱাৰী জানী আইদেউ থাকে। আমি আছি এই জানীৰ ঘৰতহে উঠিছোঁ। বাইদেউৰ বয়স আশী চেৰাই নব্বৈৰ ফালে লৰিছে। সেই বুলি বৰ হানি হোৱা নাই। বাইদেউ সুগঢ়ী। বগা-চগা ; গাই-গাৰিয়ে যথা শুৱনি, ৰাজপৰিয়ালৰ মহিষী যেন। তাতে আকৌ মুখত সদায় মৃদু হাঁহিটি লগা আছেই। মই আচৰিত হৈ সুধিলোঁ—বাইদেউ আপুনি ইয়ালৈ আহিছে ?

: এৰা, ইহঁত গ'লগৈ নহয়। তোমালোকলৈ জা-জলপান সজাই থৈ গৈছে। ৰাজ আছে। সি সেইবোৰ নাপায়। সেয়ে মই চাবলৈ আহিলোঁ —বাইদেউৰ মাত শুনি সকলোৱেই লৰি আহিল। তেওঁ কৈ গ'ল—কালি গধূলি খবৰ আহিল জোৰণ ন বজাতে আহি পাব। সেয়ে জানীহঁত ( তেওঁৰ বোৱাৰী, আমাৰ খুলশালী ) গ'লগৈ। তোমা-লোক আহিবা বুলি জা-জলপান সজাই থৈ গৈছে। বনকৰা ল'ৰাজনক পানী উত্তলাবলৈ কৈছোঁ। চাহ-জলপান খাই যাবা। জোৰণ পাবাগৈ। তেওঁলোকক ভাত খুৱাই পঠাম। এতেকে পাবাগৈ।

আন কোনেও চাহ খাব নুখুজিলে। মই কিন্তু হাতৰটো এৰি পাতৰটোলৈ চোৱা মানুহ নহয়। চাহ-জলপান খাই ল'লোঁ। বাইদেৱে কাষতে বহি ক'লে—তোমালোক বিয়ালৈকে ইয়াতে থাকিবা নহয় ? আবেলি আহিবাচোন। জোৰণৰ কথা ক'বাহি।

আমি বিয়াঘৰলৈ বুলি ৰাওনা হ'লোঁ।—বাইদেউ নিজৰ বঙলালৈ গ'ল।

দুপৰীয়া দুই বজাৰ লগে লগে জোৰণৰ পৰা উভতিলোঁ। জিৰণি ল'লোঁ। চাৰি বজাৰ সময়ত বাইদেউৰ ওচৰলৈ গলোঁ। বাইদেৱে তেতিয়া বিছনাতে বহি কিবা পুথি চাই আছিল। নামঘোষাখন। সেইখন জুকিয়াই থৈ মোক কাষতে থকা চকী এখনত বহিবলৈ ক'লে। হাঁহি মাৰি সুধিলে—জোৰণ পালাগৈ হয় ?

: মানুহখিনি আৰু খোৱাখিনি ঠিকেই পালোঁগৈ, কিন্তু জোৰণ পিন্ধোৱা নেদেখিলোঁ। দৰাৰ মাক, বাপেক, ককায়েক সকলোকে পালোঁ।

: জোৰণৰ সাজেৰে চানীক বৰ ধুনীয়া দেখিছে ছাগৈ। তাই এনেয়ে ধুনীয়া। কইনাৰ সাজেৰে আৰু ধুনীয়া দেখিছে নিশ্চয় ?

মই শলাগি থাকিলোঁ।

বাইদেৱে ক'লে -আজিকালিৰ জোৰণবোৰ চমু হ'ল। জোৰণৰ সাজ-পাৰ, গহনা পাতি কিন্তু ভাগে ভাগে দিয়ে। কেইযোৰ কাপোৰ বা দিছে! গহনা পাতি বা কি দিছে ?

এই প্ৰশ্নৰ উত্তৰ মই দিব নোৱাৰিলোঁ। হাঁহি মাৰি নিজৰ অসমৰ্থতাৰ কথা জনালোঁ।

বাইদেৱে এইবাৰ নিজেই আৰম্ভ কৰিলে—তুমি মোৰ বিয়াতো আহিছিলা। সেইখন ফটো চোৱাচোন, তাত তুমি আছা। তোমাৰ মাৰা কনআইটী পেহীও আছে। মোৰ জোৰণৰ পিছতে পৰিয়ালৰ সকলোকে লৈ সেইখন তুলিছিল। চোৱাছোন তোমাক নিজে তুমি চিনি পোৱানে ?

ফটোখন আমাৰ ঘৰতো আছিল। ৰংমহলৰ ঘৰত। আমাৰ পৰিচিত ফটো। তাহানি সদায় দেখি থকা। সেইখন চাই তাহানি মাই কাৰোবাৰ কাৰোবাৰ ভৰণ-ভগনৰ কথাও কৈছিল। উঠি গৈ বেৰত আঁৰি থোৱা ফটোখনত নিজক আঙুলিয়াই দেখুৱালোঁ।

বাইদেৱে এটি মন ছুই যোৱা হাঁহি মাৰি ক'লে—চোৱাচোন দিনবোৰ কিদৰে পাৰ হৈছে। তেতিয়া তুমি কিমানটো আছিলা—আৰু আজি ? তাহানিত বিয়া বুলিয়েই আহিছিলা, আজিও আহিছা। ব্যৱস্থাবোৰ একেই আছে—ধৰণ কৰণবোৰ সলনি হৈছে। আগতে বিয়াত ঢোল, কালী, বিয়ানাম, উৰুলি বেছি আছিল। এতিয়া কিন্তু নিমাওমাও। জলপানৰ ধৰণো সলনি হ'ল। দৈ কোমল চাউলৰ কথা আজিৰ বছৰতে দেখাতো নায়েই, শুনাও নাই। তোমাৰ সেইবোৰ

মনত পৰেনে ? আদিবাস, গাঠিয়াখুণ্ডা, দৈয়নৰ পানী তোলা—এইবোৰ কথা তল পৰিল। দৰা-কইনাৰ মুৰিযান বন্ধা এইবোৰ কথা আজি নাজানেই। আগতে দৰাই পাগুৰী বা মুকুট পিন্ধি আহিছিল, এতিয়া বহুতো দৰা উকা মূৰেৰেই আহে।

মই হাঁহি মাৰি ক'লো—বহুতে বাইদেউ তপা মূৰত বিলাতী চেণ্ট ঘঁহি আহে।

বাইদেৱে এইবাৰ হাঁহি সামৰিব নোৱাৰিলে, বৰকৈ হাঁহিবলৈ ধৰিলে। আমাৰ হাঁহি শুনি সৰু বোৱাৰীয়েক মৃতুই ভুমুকি মাৰি চাই গ'ল।

বাইদেউক আজি কিবা নতুন নতুন লাগিছে। হয় বাইদেউৰ আজি নিশ্চয় পুৰণি কথাবোৰ মনত পৰিছে। নিজৰ বিয়াৰ কথাও যেন মনত পৰি মানুহগৰাকী সেই বয়সলৈকে ভটিয়াইছে। মই সেই সুযোগ নেহেৰুৱাই সুধিছিলোঁ—

ঃ বাইদেউ, আপোনাৰ জোৰণৰ কথা মনত আছেনে ?

বাইদেৱে যেন সেই প্ৰশ্নৰ ক্ষণলৈকে বাট চাই আছিল, লগে লগেই উত্তৰ দিলে—

ঃ আজি পুৱা তোমাক দেখিয়েই মোৰ নিজৰ বিয়াৰ কথা মনত পৰিছিল। তেতিয়া তুমি সৰু। ইংৰাজী স্কুলত নাম লিখাই নাই। পেহীদেউ কন আইতাৰ আচলত ধৰি ফুৰা। ছয়-সাত বছৰৰ হবা। তোমাৰ যে তেতিয়াৰ কথাবোৰ! গুৱাহাটীৰ কথাবোৰ অলপ বেলেগ নহয়। তোমাৰ মুখত সেইবোৰ মাত শুনি আমাৰ সকলোৱে ৰং পায়। তাতে আকৌ তুমি আহিয়েই জেউৰ পাতিলা। আহিয়েই কইনা কোনজনী বিচাৰিলা। পেহীয়ে মোক দেখুৱাই দিলে। কিন্তু তোমাৰ মনত কিবা এটা ভাব খেলাইছিল। তুমি পেহীক কৈ ঠেঁহ পাতা। 'কইনা ক'ত ? কইনা নোহোৱা এইখন কি বিয়া ?'

জোৰণৰ দিনাও তোমাৰ বিশ্বাস নহয় মই কইনা বুলি। ইজনে-সিজনে 'কইনা দেখুৱাম আহা' বুলি তোমাক কোলাত লৈ ইফালে-সিফালে

ঘুৰি যাকে তাকে দেখুৱায়। কেতিয়াবা বুঢ়ী এজনীকে দেখুৱায়—কেতিয়াবা কাম কৰা তিৰোতা এজনীক দেখুৱায়। তোমাৰ খং উঠে। কান্দি-কাটি পেহীৰ ওচৰ চাপাহি।

: মই বৰ অঁকৰা আছিলোঁ নহয় নে বাইদেউ? আজি দেখোন আইমীয়ে চানীক কইনা বুলি চিনি পালে। একে চাবেই তাই কইনাৰ কোলাত বহিল গৈ।

: অঁকৰা নাছিলা, কইনা চিনি নোপোৱাৰ কাৰণো আছিল।

: কি কাৰণ?

: সাজপাৰ। কইনাৰ সাজপাৰ বেলেগ। সেই সাজপাৰ, গহনা-গাঁঠৰি পিন্ধিহে কইনা সাজে। মোৰ কিন্তু সেইবোৰ একো পিন্ধা নহ'ল নহয়।

: কিয় নিপিন্ধিলে?

: নিপিন্ধিলোঁ নহয়, পিন্ধিবলৈ বাধা দিলে।

: কোনে?

: তোমাৰ ভিনদেউৰাই।

: কিয়?

: মহাত্মা গান্ধীৰ ভক্ত আছিল নহয়। তেতিয়া বিদেশীবস্ত্ৰ বৰ্জনৰ আন্দোলন চলিছিল। বিলাতী কাপোৰবোৰ জুই জ্বলাই পুৰিছিল। আগতে তেওঁ চাহাবৰ দৰে সাজপাৰ কৰিছিল। সেইবোৰ সাজ জুইত জাপি দিলে। খদ্দৰ পিন্ধা হ'ল। নিজেও সূতা কাটিছিল। বিয়াৰ পিচত মই কপাহ ধুনি পাঁজিবটিও দিবলগীয়া হৈছিল। তেওঁ জেইলো খাটিছিল। সেয়ে তেখেতে কইনাক এনেবোৰ সাজ পিন্ধিব নালাগে বুলি কৈ পঠিয়াইছিল, খদ্দৰ পিন্ধি কইনা সাজিবলৈ কৈছিল। মহাত্মাই হেনো গহনা পিন্ধা কথাটো বেয়া পাইছিল। সেয়ে মোৰ জোৰণত খদ্দৰৰ সাজপাৰ হে দিছিল। গহনাও নিয়ম ৰক্ষা কৰিবলৈ বুলিহে দুই এপদ দিছিল।

কিয়? পাটৰ-মুগাৰ সাজ নিপিন্ধিলে কিয়? সেইবোৰতো বিদেশী

নহয়, আমাৰ মানুহে বোৱা।

: গান্ধীজীয়ে তেতিয়া পাট-মুগা-এড়ীক খদ্দৰ বুলি ধৰা নাছিল। পলু মাৰি সূতা উলিয়ায় নহয়! জীৱ মৰা নিষেধ, হিংসা হয়। অহিংস নীতিৰে কংগ্ৰেছী লোকে সেইবোৰ সমৰ্থন কৰিব নাপায়। পিছত বহুতে যুক্তি দেখুৱাইহে এইবোৰ কাপোৰ খদ্দৰৰ শাৰীলৈ উঠালে।

: এৰা এনে এটি বাদানুবাদ তাহানিতে পঢ়া মনত পৰে।

: সেইকাৰণেই তুমি মোক কইনা বুলি বিশ্বাস কৰিবলৈ টান পাইছিলা।

'তাহানিতে হোৱা বাইদেউৰ বিয়াত মই এজন শিশু নায়কৰ দৰে হোৱাৰ কথা শুনি মনটো বৰ ভাল লাগি গ'ল। তাতোকৈ আনন্দ পালোঁ, বাইদেউৰ যে সেইবোৰ কথা আজিও এনেদৰে জলজলপট-পটকৈ মনত আছে। আনন্দতে সুধিলোঁ—বাইদেউ আপুনি স্কুল-কলেজত পঢ়িছিল নেকি ?

: নাই, বেছি পঢ়িবৰ নহ'ল। তেতিয়া ছোৱালীয়ে পঢ়াতো সমাজে বৰ ভাল নাপাইছিল। স্কুলত পঢ়িছিলোঁ। কিন্তু পঢ়া আধা ভুখৰীয়া হ'ল। মেট্ৰিক পৰীক্ষা দিবলৈ আৰু দুবছৰমান থাকোঁতেই মোক আহি ঘৰলৈ লৈ গ'ল।

: ক'ত পঢ়িছিল বাৰু ?

: ইয়াতে, ডিব্ৰুগড়ত। তেতিয়া ইয়াতহে এখন ছোৱালী হাইস্কুল আছিল। প্ৰধান শিক্ষয়িত্ৰী আছিল ৺হেমপ্ৰভা দাস, ডঃ হৰেকৃষ্ণ দাসৰ পৰিবাৰ। মোক দেউতা আহি গোলাঘাটলৈ লৈ গ'ল। তাৰ পিচতে বিয়াও পাতিলে।

ভিনদেউৰ লগত বিয়াৰ আগতে আপোনাৰ দেখাদেখি বা কথা-বতৰা হৈছিল নেকি ?

: ক'তা! তেতিয়া তেনে প্ৰথা নাছিল নহয়। তেখেতে হয়তো দেখিছিল! মই হ'লে একো কথা নাজানিছিলোঁ। ঘৰত্ব গৈহে

শুনিলোঁ মোৰ বিয়া ঠিক কৰিছে। আজি-কালিহে ল'ৰা-ছোৱালীয়ে নিজেই নিজৰ বিয়া ঠিক কৰে। আগতে মাক-বাপেক বা ঘৰৰ মানুহে ঠিক কৰা মতেই ল'ৰা-ছোৱালীৰ বিয়া হৈছিল।

: আপোনাৰ বিয়াৰ কথা, জোৰণৰ কথা সকলো মনত আছেনে?

: আছে। জন্ম, মৃত্যু, বিবাহ এই তিনিটাই মানুহৰ জীৱনৰ ঘাই ঘটনা। জন্মৰ আৰু মৃত্যুৰ কথা নিজে নাজানে, কিন্তু বিয়াৰ কথা সকলোৰে মনত থাকে।

: আপুনি তেন্তে জোৰণ আৰু বিয়াৰ দিনা খদ্দৰৰ সাজপাৰকে পিন্ধি কইনা সাজিছিল ?

: অঁ, সেই সাজকে পিন্ধিছিলোঁ।

: কইনাৰ সাজ পিন্ধিব নাপাই আপোনাৰ নিশ্চয় বেয়া লাগিছিল!

: নহয়, বেয়া লগা নাছিল। কিবা ভাল হে লাগিছিল। সেই সাজ পিন্ধি কইনা সজাই মানুহে মোক চাবলৈ আগুৰি ধৰিছিল। বিয়ালৈ অহাসকলে পাটৰ ভাল ভাল কাপোৰ পিন্ধি আহিছে আৰু মই কইনাজনী হৈ খদ্দৰৰ সাজ পিন্ধিছোঁ। বহুতে তোমাৰ কথাকে কৈ কৈছিল কন আইতাৰ ল'ৰাই ঠিকেই কৈছে, কইনাৰ সাজ নিপিন্ধিলে কইনা হ'ব কেনেকৈ? —এই বুলি বাইদেৱে মোৰ ফালে চাই আকৌ এটা মধুৰ হাঁহি মাৰিলে। মোৰ চকুৰ আগত তাহানিৰ বিজয়া বাইদেউজনী জিলিকি উঠিল। ময়ো যেন তিনিকুৰি বছৰ পিচুৱাই তাহানিৰ সেই অঁকৰা শিশুটো হৈ পৰিলোঁ!

এইগৰাকীয়েই আমাৰ বিজয়া বাইদেউ, স্বৰ্গীয় দত্তবৰুৱাৰ নাতিনী। নবো মোমাইদেউৰ জীয়ৰী, আমাৰ সকলোৰে মন জয় কৰা বিজয়া বাইদেউ। এই বাইদেউৰেই দৰা সাজি আহিছিল—ধীৰেন্দ্ৰনাথ আগ্ৰৱালা। তেজপুৰৰ বিখ্যাত আগ্ৰৱালা পৰিয়ালৰ ডেকা। স্বনামধন্য হৰিবিলাস আগ্ৰৱালাৰ বৰ ল'ৰা বিষ্ণুপ্ৰসাদ আগ্ৰৱালাৰ একমাত্ৰ সন্তান। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ বৰদেউতাকৰ ল'ৰা।

: আপুনি জ্যোতি ককাদেইউক পাইছিল নহয় ?

: কিয় নাপাম ! তেওঁতো ইয়াতেই বহুত দিন আছিল। বিয়াও এইঘৰত থাকিয়েই পাতিছিল। তেওঁ মোৰ দেওৰ। বয়সত মই অলপ সৰু আছিলোঁ নেকি। তেওঁ মোক বৰ সন্মান কৰিছিল - মিঠা মিঠা কথা কয় আৰু গীত লিখি-গায়ো শুনাইছিল। কেনে হ'ল, সোধে। মই কি জানো, তথাপি শুনি ভাল লাগিছিল—নহয় ভাল হোৱা বুলি শলাগোঁ।

: ভিনদেৱে একা ?

: তেওঁ গীত গাইছিল। বৰগীত। তেওঁ গাইছিল গুণগুনাই, জ্যোতিপ্ৰসাদে গাইছিল প্ৰাণ উজাৰি। বিয়াৰ পিছৰ পৰাই দুয়োকে কংগ্ৰেছৰ কামত লাগি ফুৰাই দেখিছিলোঁ।

: আপোনালোকৰ ঘৰলৈ জৱাহৰলাল নেহৰুও আহিছিল নহয় ?

: আহিছিল। ইয়াতে খোৱা-বোৱা কৰিছিল।

: বাৰু বাইদেউ, ভিনদেউ কংগ্ৰেছৰ কামত লাগি জেলো খাতিছিল নহয়।

: খাইছিল। বিয়াৰ ঠিক আগতে জে'লৰপৰা ওলাইছিল। বিয়াৰ পিছতো দুবাৰ নে তিনিবাৰ গৈছিল। এবাৰ ছয়াময়াকৈ যোৱাৰ কথা মনত পৰে। ১৯৩০ চনত নেকি !

: ভিনদেউ জে'লত থাকোঁতে আপোনাৰ কিজানি বৰ বেয়া লাগিছিল !

: বেয়ালগা বুলিব নোৱাৰি। কিবা এটা ভালেই লাগিছিল। দুয়োজনেই গৈছিল নহয়—তেওঁ জ্যোতিপ্ৰসাদো। ঘৰখনহে কিবা নিজম হৈ পৰিছিল। তথাপি কিন্তু মনত কিবা আনন্দ উপভোগ কৰিছিলোঁ। কি ভাল লাগিছিল মই তোমাক বুজাব নোৱাৰিম। কিন্তু জে'লৰপৰা দুয়ো ওলাই অহাতহে বৰ বেয়া লাগিছিল।

বাইদেউৰ হাঁহি ভৰা মুখখন হঠাৎ সেমেকি গ'ল। মই উৱাদিহ ধৰিব নোৱাৰি সুধিলোঁ—কিয় বাইদেউ ?

: দুয়ো ঘূণীয়া হৈ আহিল। দুয়ো চিৰকলীয়া ৰোগ লৈ আহিল। আৰু সেয়াই শেষত···

বাইদেৱে আৰু ক'ব নোৱাৰিলে। চকু সেমেকি আহিল। চকুৰপৰা বিত চকুযোৰ আঁতৰাই আচলেৰে চকু মচিলে। পৰিবেশ বৰ গধুৰ হৈ পৰিল।

হেৰাই যোৱা দিনবোৰ উভতি অহা যেন লাগি মনটো যে কেনে লাগে ! □ □

## কুলহাটীৰ গোপাল

( কাহিনী )

পাঁচ ডিচেম্বৰ। শনিবাৰ। ১৯৮৭ চন। দুপৰীয়া জিৰণী লৈছো। এনেতে বাটত কোনোবাই চিঞৰা শুনিলো। মাজু বোৱাৰীয়ে ভুমুকি মাৰি চাই কলে—"পটা খুন্দা মানুহ। আমাৰ পটাখনো ভাল কৰি লব লাগিছিল।" মাতিব কলো। সন্মতি পাই বোৱাৰীয়ে মানুহজনক মাতিলে। মই মানুহজনক ভিতৰলৈকে আহিব কলো। এজন গাঠলু মানুহ। পিন্ধনত এখন নীলা লুঙি আৰু গাত এটি খাকি কামিজ।

শেষত দাম দৰ কৰি পটাখন খুন্দিবলৈ সাজু হ'ল। নিজৰ হাতুৰি বাটুলি উলিয়াই বহিল। কাম আৰম্ভ কৰাৰ আগতে "কৃষ্ণ কৃষ্ণ" বুলি ভগবানক মাতিলে। আচৰিত হলো। সুধিলো—তোমাৰ নাম কি?

মোৰ নাম দুটা দিয়ক। প্ৰকৃত নাম চক্ৰ। কিন্তু ডাক নাম গোপাল। গোপাল কুমাৰ বুলিলে ভাবগুই চিনি পাই দিয়ক।

মই হাঁহি মাৰি কলো—"হেৰা তোমাৰ সাজ পাৰ দেখি তোমাক মই ইচলামী ধৰ্মীয় লোক বুলিহে ভাবিছিলো।"

মানুহজন ৰসিক। তেওঁ কলে—সেইদৰে ভাবক বুলিয়েই মই এই সাজ পিন্ধি আহিছো দিয়ক।

সুধিলো—"কিয়"?

"এই কাম আমি অসমীয়াইয়ো কৰিব পাৰো। কিন্তু হেলা বা লাজ। সেয়ে কোনোৱে নকৰে। কৰিবও নোখোজে। গ্ৰাহকে এইবোৰ কামৰ কাৰণে হিন্দুস্তানী লোককহে বিচাৰে। বিহাৰী, মৈমানসিঙা হলে—কথাই নাই। সি লাগিলে হাতুৰী ধৰিবকে নেজানক। তাকেই উত্তম বলি ভাবে।"

কথাবোৰ সঁচা সঁচা লাগিল। সুধিলো--

তুমি এই কাম কত শিকিলা ?

আমাৰ বাপ ভাই কুমাৰ। এইবোৰ কামত পাৰ্গত। বহুতে এৰিছে। ময়ো প্ৰায় এৰিছো। মই ৰান্ধনি বিদ্যাও জানো দিয়ক।

ৰন্ধন বিদ্যা ? কি ৰান্ধিব জানা ? সুধিবহে পালো—তাহানি আমাৰ পাঠশালা স্কুলত নেওঁতা মাতা দি—এফালৰ পৰা বহুতো খাদ্যৰ কথা একেবাৰে সলসলীয়াকৈ কৈ গ'ল।

"মই জজ পাৰ্ব্বতী গোস্বামীৰ ৰান্ধনি আছিলো দিয়ক। অৱশ্যে ঘাই কামখিনি শিকিলো—পুলিচ চাহাব অতনু দত্তৰ ঘৰত। তেওঁৰ পৰিবাৰ একেবাৰে ফাচ-ক্লাচ ৰান্ধনী। বিধে বিধে ৰান্ধিব জানে। তেওঁৰ তাতেই শিকিলো। আঞ্জা তৰকাৰীৰ বং তোলাৰ কামো জানো।

এনেতে এটা ঘটনা ঘটিল—মোৰ নাতি ল'ৰা "সৰুবাবা"। ডেৰ বছৰীয়া। কিন্তু অঘাইটং। তাৰ উৎপাত বৰ বেছি। সি আহি গোপালৰ হাতুৰিটো লৈ এফালে লৰ মাৰিলে। "দেউতা দেখিছে" বুলি লৰি গৈ সেইটো আজুৰি আনিলে। সি ভেউ ভেউকৈ কান্দিব ধৰিলে।

গোপালৰ কথা—"বাপাৰ অমুক ৰাশি হব নিশ্চয়। এই ৰাশিৰ ল'ৰা এনে হয়েই।"

মই কলো—"ই অসুৰ। আমাৰ নৰকাসুৰৰ নাতি।"

গোপালে কলে—"দেউতা নিজৰ গাতে অপবাদটো সানি ললে দেখোন ?"

আমি আটাইয়ে গিৰ্জ্জনী মাৰি হাঁহিলো। বোৱাৰীয়ে তাৰ সোঁৱৰণীখন চাই আহি ক'লে—"হয় এওঁ ঠিকেই কৈছে। তাৰ সেয়ে ৰাশি।"

এইবাৰ চক্ৰেই ঘাইতে ধৰিলে। বাৰান্দাৰ এফালে পৰিবাৰ ৰ'দ লৈ শুই আছিল। কাষত তেওঁ ব্যৱহাৰ কৰা পেং ছুডাল আউজাই থোৱা আছিল। সুধিলে—আইতাৰ কিবা অসুখ নেকি ?

ক'লো— "এৰা, বাতৰ বিষ"।

"চিকিৎসা" ?

"সকলো চিকিৎসাই কৰা হ'ল। ফল পোৱা নাই।

"আমাৰ পিতা ওজা। দুই জাৰণতে বিষ নামিল হয়। কিন্তু বুঢ়া হৈছে—উঠি লৰি ফুৰিব টান পায়। নহয় আই—অৰ্জ্জুন গছৰ ছালৰ ৰস খাওঁক। ৰস গৰম কৰি—গাখীৰ চেনী মিহলাই খাব—একেবাৰে 'মলটোভা' খোৱা যেন পাব। ই সকলো বেমাৰ নিৰাময় কৰে।"

কলো—"হেৰা অৰ্জ্জুন গছৰ ছাল কত পায় ?"

"এৰা, সেইটোহে কথা। আমি মুৰুখ দিয়ক। এইবোৰ গছ কাটি আমি ধুনীয়া পাতৰ গছবোৰ ৰোৱা কৰিলো। এই যে চৰকাৰে সামাজিক বন কৰিছে - সেইবোৰ কিবা গছনে ? দেখাত ভাল— কামত একোতে নেলাগে। সেইবোৰ গছৰ খৰিও নহয়। ভাল ডাঙৰ হোৱাও টান। ভাত পানী ৰান্ধিবলৈ এই গছ এলাগী হব। একো নাই; ফুৰ ফুৰকৈ পুৰি যাব। আঙঠাও নোলায়। এইবোৰ গছৰ সলনি এই সামাজিক বনত ৰুব লাগিছিল—আম, কঠাল, লেতেকু, পনিয়ল, বেল, জামু, আমলখী ইত্যাদি। তেতিয়া বা আৰু তাৰ ফল খায়ো পেট ভৰাব পাৰিলে হয়। আৰু মানুহৰ স্বাস্থ্যো উন্নতি হ'লহেতেন। আধা মাইলে আধা মাইলে ৰুব লাগিছিল শিলিখা আৰু অৰ্জ্জুন গছ। নাই, তাৰ ঠাইত এইবোৰ যে কি কাম নোহোৱা গছ ৰুইছে। তাৰ বা-বতাহ বা কেনে কোনোৱে নাজানে।"

চহৰৰ বঙলাৰ আগত ফুলনি পতাৰ দৰে এইবোৰ - আলিবাটত ফুলনি পাতিছে, অথচ একো লাভ নাই। ফুলনিৰ ফুলবোৰত কৰবাত গোন্ধ পাইছেনে ? নাই। গোন্ধ নোহোৱা ফুল। গোন্ধো নাই গুণো নাই।

ফুলনিত ৰুব লাগে— শেৱালি, নেৱালি, চম্পা, বকুল, মালতী আদি ফুল। সেইবোৰ নাই। নাই কি, একেবাৰেই সঁচেই নাইকীয়া হ'ল।

কথা কোৱাৰ লগে লগে তাৰ হাতুৰীৰ কোব ঘন হ'ল। শেষত

কাম সামৰি কলে—“আই আপুনি অৰ্জ্জুন গছৰ ৰস তপতাই খাওঁক। ফল পাব। গা ডাঙি উঠিব।”

এই বুলি গোপাল গ'লগৈ। যাবৰ সময়ত কলো—“তুমি আকৌ আহিবাচোন—তোমাৰ পৰা বহু কথা শিকিব আছে।”

“কথা নিদিও দিয়ক। কথা দি ৰাখিব নোৱাৰিলে পাপৰ ভাগী হ'ম। পাৰিলে আহিম। নোৱাৰিলেও দায়-দোষ নধৰিব।

এই বুলি গোপাল গ'লগৈ। সেইদিনাৰ পৰা গোপাল আমাৰ ফালে অহা নাই। গোপালৰ কথা কিন্তু সদায়েই মনত পৰে। □

## মাতৃ পোত্‌লা

১৯৭৮ চন

তেতিয়া মই মন্ত্ৰী। শিক্ষা আৰু সাংস্কৃতিক দপ্তৰৰ। জনতা চৰকাৰৰ। ডিবুৰুলৈ গৈছিলো। ৰাজহুৱা কামত। ডিব্ৰুগড়ত মোৰ শহুৰৰ ঘৰ। সেয়ে পৰিবাৰো লগত ওলাল। পুৱা দহ মান বজাত গুৱাহাটী এৰিলো। গধূলি এন্ধাৰ হোৱাৰ সময়ত গন্তব্য স্থান পালোগৈ। আমি ভাগে ভাগে থকাৰ ঠাই বাছি ললো। আমি থাকিম চাৰ্কিট হাউছত। পৰিবাৰ অকণমান থাকিব নিজৰ ভনীয়েকৰ ঘৰত। খলিহামাৰীত। পোনতে খলিহামাৰীৰ জানী আইদেউৰ ঘৰত উঠিলোগৈ। বায়েক ভিনীয়েক যাব। খুলশালীৰ গাত ততেই নাই। তাতে আকৌ এইবাৰ শিং গজিছে। মন্ত্ৰীৰ শিং। সেয়ে ভয় ভক্তি দুয়োটাৰে সমাহাৰ। গৈ দেখো জানীৰ ঘৰতো বহুলোক গোট খাইছে। নিজৰ লগা ভগা খিনিৰ বাহিৰেও আন বহুতো। মন্ত্ৰীক নিৰলে লগ পোৱাৰ আশাৰে। গাড়ীৰ পৰা নমাৰ লগে লগেই মানুহে বেৰি ধৰিলে, এঘন্টামান তেওঁলোকৰ লগত কথা হৈ জানীৰ নিৰ্দ্দেশত ভিতৰ সোমালো। পৰিবাৰে ইতিমধ্যে আলহী কোঠাত থিতাপি লৈছে। ময়ো তাতে বহিলোগৈ। এনেতে এগৰাকী আদহীয়া মহিলা আহি হিন্দী গীত জুৰি আমাৰ আগত নাচিব ধৰিলে। মই হতভম্ব হলো। ই কি আয়োজন? তাহানি বজাঘৰীয়া চালি নৃত্যৰে ডা-ডাঙৰীয়া সকলক আদৰণি জনোৱাৰ কথা মনত পৰিল। চাই ৰলো। মানুহজনীয়ে অবিৰাম নৃত্য গীত জুৰিছে। এনেতে জানী সোমাই আহিল। "পোত্‌লা—হব আৰু, নাচ গান বন্ধ কৰ।" লগে লগেই নাচ-গান বন্ধ হল। জানীয়ে কলে—ভিনিদেউ পোত্‌লাৰ নাচ দেখিলে? আপুনি এইবাৰ চিনেমা কৰিলে আমাৰ পোত্‌লাকো

নাচত লব । —এতিয়া আহক চাহ দিছো । খোৱা কোঠালীলৈ আহক । সপৰিবাৰে গৈ খোৱা কোঠাৰ মেজত বহিলোগৈ । আতঁৰত আকৌ সেই হিন্দী গীত গোৱা শুনিলো । কোনোৱে হঁাহা আৰু কোনোৱে বাধা দিয়াও শুনিলো । আহাৰৰ সময়ত সাধাৰণতে মৃদু সঙ্গীতে মনৰ আৰু মুখৰ ৰুচি বঢ়ায় । কিন্তু আজিৰ এই আঁৰৰ সঙ্গীতে মনত পুতৌ জন্মায় । কিবা যেন অস্বাভাবিক । খাই বই গাড়ীত উঠিলো । চাৰ্কিট হাউছলৈ বুলি । লগত মোহন কলিতা, প্ৰবীন শৰ্মা আৰু নিভাৰ্যা দাস । গাড়ীত উঠিছো । জানীহঁত বিদায় দিবলৈ গাড়ীৰ কাষ চাপিছে । এনেতে পুনৰ সেই মহিলা গৰাকী আহি গাড়ীৰ আগত নাচিব ধৰিলে । কি বিপদ । জানীয়ে তাইৰ বাহুত ধৰি এফলীয়াকৈ টানি অনা দেখিলো । এইদৰে বাধা পাই নাচনীৰ নাচ থমকি ৰল । আমাৰ গাড়ী এৰি দিলে ।

দুদিন ডিব্ৰুগড় আৰু তাৰ আশে পাশে ঘূৰি উভতিলো । গুৱাহাটীলৈ । এইবাৰ পৰিবাৰক ডিব্ৰুগড়তে এৰি আহিলো । এসপ্তাহৰ পিছত জানীও গুৱাহাটীলৈ অহাৰ কথা । একেলগে আহিব ।

* * *

প্ৰায় দহদিন মানৰ পিছত পৰিবাৰ আহিল । জানীৰ গাড়ীৰে । লগত জানীৰ লৰা ৰাজ, ছোৱালী জিনটি আৰু ড্ৰাইভাৰ লালক্ষি । জানীহত এইবাৰ আমাৰ আলহী । সেই সময়তে এদিন জানীয়ে কলে—“ভিনিদেউ । এইবাৰ আপোনাক ভালদৰে লগকে নাপালো । বৰ ব্যস্ত হৈ আছিল । খুঁওৱা-ধুউৱাতো ভাল নহল । বৰ বেয়া লাগি আছে ।”

“কিয় ? তোমালোক আটায়ে বৰ আদৰ সাদৰ কৰিলা দেখোন । বৰ ভাল লাগিল । তাতে আকৌ যি নাচ দেখুৱালা ।”

“অ পোতলাৰ নাচৰ কথা কৈছে । তাইক নাচ বুলি কলে আৰু থমাব নোৱাৰি । কেতিয়াবা দিনটো নাচি বাগি থাকে ।”

"কৰ পৰা আনিলা ?"

"এ নকৰ। অনা নাই, নিজেই আহি সোমাল বুলিব লাগে। তাই এমাহমান সদায় মনে মনে আমাৰ চৌহদত সোমায়। কাষৰ দেৱালৰ পিনে চাই নাচি থাকে। মুখেদি কিবা ভোৰ ভোৰাই থাকে। প্ৰথমে তাইক পাগলী বুলি খাব যাচিছিলো। নাখায়। একো বস্তুকে হাতেৰে নোচোৱে। পইচা-পাতি দিলেও নলয়। কিন্তু সদায় আহে। কোন পলকত আহি সোমাই কব নোৱাৰো। চৌহদ সোমাই দেৱালৰ ওপৰেদি চকু থিৰ কৰি দিনটো নাচি বাগি থাকে। তাইক বাহিৰ কৰি দিবলৈ সাধ্য নাই। তাই নাযায়। নাচি থাকে। তেনেদৰে নাচি থাকে।"

"আচৰিত—তাত আহি সেইদৰে কিয় নাচে ? কিবা ৰহস্য আছে দেই।"

"এদিন ভিনিদেউ—তাইক সুধিলো—তোক কি লাগে ক, মই দিম।

তাই কলে—মোক তোৰ তাত থাকিব দে। কথাত বন্দী হলো। তাইক মাতি আনি ঘৰত ৰাখিলো। ডাক্তৰক দেখুৱাই তাইৰ চিকিৎসাও কৰাইছো। এই ভাল—এই বেয়া। কিন্তু যি কামকে কৰে বৰ পৰিপাটিকৈ কৰে। বৰ চাফ্‌চিকুন। তাইক এতিয়া এৰিবও নোৱাৰো ধৰিবও নোৱাৰা হৈছে। থাকে আৰু......।"

ক্ষন্তেকতে এই পোত্‌লাই মোৰ মনত ঠাই ললে। নিজকেই প্ৰশ্ন কৰিলো—"তাই কৰ ? কিয় এনে হল ? তাইৰ এই অৱস্থাৰ আঁৰত কি ৰহস্য লুকাই আছে ?"

* * *

জন্মিয়েই মৰিব লগা সকলৰ ভিতৰত আমাকো ধৰিব পাৰি। আমিও মৰিলো অৰ্থাৎ আমাৰ মন্ত্ৰী সকলৰ পতন হল। প্ৰায় সোত্তৰ মাহৰ পিছতে এই অথন্তৰ ঘটিল। কবলৈ গলে—মন্ত্ৰী স্বৰূপে আমাৰ লণ্ডণদানীতো নহলেই— আনকি চুলাকৰণো নহল। আগ-

তেই আমি মন্ত্ৰীৰূপে নিৰ্বংশ হলো ।

ৰাজ্যজুৰি হুলস্থুল । বিদেশী বহিস্কাৰৰ আন্দোলন চলিছে । এই আন্দোলনে সকলোকে চুইছে । আমাৰ বিধান সভাকো । মন্ত্ৰী সভাৰ সঘনে সঘনে সাল সলনি হব ধৰিছে । ৰাতিটোতেই কোনোবা মন্ত্ৰী হৈ পুৱাৰ ভাগতে পতন হৈছে, এনে পৰিৱেশৰ সৃষ্টি হল । শেষত ৰাষ্ট্ৰপতিৰ শাসন চলিল । আমিবোৰ পোনতে বহিখোৱা বিধায়ক হলো । শেষত তাৰো মুদা মৰিল । বিধান সভা ভঙ্গ হল । আমাৰ ঘোৰ অধঃপতন ঘটিল । মন্ত্ৰীৰ পৰা বিধায়কলৈ নামিলো—শেষত তাৰ পৰাও পতিত হৈ সাধাৰণ নাগৰিক হলো । এনেদৰে উত্থান-পতন, হুলস্থুলীয়া পৰিবেশৰ মাজত দিনবোৰ পাৰ হল । মাহবোৰ পাৰ হল । শেষত বছৰবোৰো বাগৰিল ।

* * *

১৯৮৬ চন । চৈধ্য নবেম্বৰ । শুকুৰবাৰ । আকৌ ডিবুৰুলৈ ওলাইছো। এইবাৰ ভ্ৰমণৰ উদ্দেশ্য বেলেগ ! পৰিবাৰৰ ডাঙৰ ককায়েক শ্ৰীলক্ষ্মী প্ৰসাদ দত্ত । তেওঁৰ পৰিবাৰ হানি হল । সোতৰ নবেম্বৰত আদ্য শ্ৰাদ্ধৰ দিন পৰিছে । সেয়ে সপৰিবাৰে ওলাইছো । এইটো মুখ্য উদ্দেশ্য । গৌন উদ্দেশ্যও আছে । অকনমানে বিষ বেমাৰত ভূগিছে । বহুদিন ধৰি । ডিব্ৰুগড় মেডিকেল কলেজৰ ডাঃ শিৱ বৰুৱাই তাহানিতে দৰবৰ ব্যৱস্থা দিছিল । সেয়ে এবাৰ তেওঁকো দেখুৱাই আনো । দুয়ো ওলালো । পৰিবাৰ আৰু মই । উৰা জাহাজেৰে । সেই দিনা ৰাতিটো তুলীয়াজানত কটালো । তাত মোৰ জী-জোঁৱাই থাকে । মাইনু আৰু মুনু । ৰাতিটো তুলীয়াজানত কটাই পিছ-দিনা ডিব্ৰুগড় ওলালোহি । এইবাৰো জানীৰ ঘৰত আলহী হলো । গৈ বহিছো মাত্ৰ অকনটি আহি ওলাল । অকণটি জানীৰ দেওবেক । মোৰ নিজৰো ভাগিন । বিজয়া বাইদেউৰ লৰা । আগতে মোৰ বেছি কাষ নাচাপে ! কথা কম—কিন্তু কামৰ ডেকা । এইবাৰহে তেওঁ নিজে আহি কাষ চাপিল । কলে—"মামা এজন লেখক ওলাইছে ।

বিষ খেদা বেজ। মামীদেউক দেখুৱাব লাগে। বৰ জনা শুনা বেজ। মোৰ এজন বন্ধুৰ পৰিবাৰৰ বাত বিষ হৈছিল। মামীদেউৰ দৰেই আৰ্থাবাইটিচ্। বিছনাৰ পৰাই উঠিব নোৱাৰে। কেকোঁৰা লাগি থাকে। এইজন বেজে তেওঁক ভাল কৰিলে। মই আপোনাৰ কথা ভাবি আছো। আপুনি আহিল বৰ ভাল হল। মই কালিলৈকে বেজজনক মাতি আনিম।"

যেনে কথা তেনে কাম। পিছদিনা বেজজন আহিল। বুঢ়া। বিহাৰী মুছলমান। কিছুদিনৰ পৰা মোহনবাবীত থিতাপি লৈছে। বেজে পৰীক্ষা কৰি চাই কলে—"বেমাৰ পুৰণি হৈছে। চাৰিমাহমান লাগিব। কিন্তু বিষ চাৰি যাব। তেল উতলা মিঠাতেলেৰে সেক দিয়ে। ধতুৰা আৰু আকনৰ পাতেৰে। তেল উতলিবৰ সময়ত ধতুৰা গুটি, মৰাপাটৰ গুটিও তেলত দি লয়।

আমি মত নিদিওঁতেই বিজয়া বাইদেউ আৰু জানীয়েই মত দিলে।

তেইশ নবেম্বৰ দেওবাৰৰ পৰা বেজে চিকিৎসা আৰম্ভ কৰিলে। আমি এইদৰে ডিবুকত বন্দী হলো।

এতিয়া আমি আলহী কোঠাৰ গৃহস্থ স্বৰূপ হলো। আছুতীয়া এই আলহী কোঠাত সকলো সুবন্দবস্ত আছে। কাষতে বহা আৰু খোৱা কোঠা। ৰেডিঅ', টেলিভিছন—শুনো বা চাওঁ বুলিলেও সুন্দৰ ব্যৱস্থা আছে। তদুপৰি গাখীৰতে মহৰ খুটি। জানীৰ লৰা বাজু। বাজুক অলপতে বিয়া কৰাইছে। ৰীতাক। ৰীতা গুৱাহাটীৰ ছোৱালী। এতিয়া ডিবুকৰ বোৱাৰী হৈছে। ৰান্ধনী ঘৰ তদাৰক কৰে। বেলেগ ৰান্ধনী থাকিলেও নিজেও দুই এখন জুতি লগোৱা ব্যঞ্জন ৰান্ধে। ডিবুকৰ জুতি আৰু গুৱাহাটীৰ জুতি দুয়ো বিধৰ সোৱাদ পোৱা হলো।

পুৱা চাবে ন বজা মানৰ পৰা মই আৰু পৰিবাৰেই ঘৰখনৰ গৃহস্থ হৈ পৰো। বিজয়া বাইদেউ স্কুল ব্যস্ত থাকে। অৰুণজিৰ

পৰিয়ালেৰে। জানীৰ ঘৰ একে চৌহদতে যদিও একেবাৰে বেলেগ। তাৰ লগতে আমি থকা আলহী কোঠা।

জানী আৰু তেওঁৰ স্ত্ৰী জিনটি দুয়ো স্কুলত কাম কৰে। নিজে পাতা স্কুল। জানী অধ্যক্ষ জিন্‌টি শিক্ষয়িত্ৰী। দুয়ো একেলগে ওলাই যায়।

ৰাজ ৰীতাও পিছতেই ওলায়। বজাৰ সমাৰৰ উপৰিও বাগিছালৈ যায়। তদাৰকৰ কাৰণে। তামোলবাৰী চাহ বাগিছালৈ। ঘৰত লগুৱা লিকচৌ বহুতো। থোৰতে তিনিজনৰ কথাকে কৈছো। এজন ৰান্ধনী। নাম পোৱালী। এগৰাকী পৰিচাৰিকা। দহ এঘাৰ বছৰীয়া। নাম হীৰা। চাহ জলপান কৰে আৰু ভাগে ভাগে দি যায়। আন গৰাকী হল— পোত্‌লা। পোত্‌লাই ঘৰৰ আন কি কাম কৰে নাজানো। কিন্তু আমি দুপৰীয়া জিৰণি লৈ উঠাৰ পিছত চাহকাপ যোগোৱাৰ ভাৰ পোত্‌লাৰ ওপৰত। পোত্‌লা মোৰ কাহিনীৰ নায়িকা। সেয়ে পোত্‌লাৰ চলন ফুৰণত চকু পালেই মই চকু ৰাখো।

এদিন এনেদৰে চাহ লৈ আহোতে কলো— "পোত্‌লা এটা নাচ নাচানা। চিত্ৰহাৰৰ গীত এটা চাই নাচাছোন।" পোত্‌লা মৰহি গল। লাজত একেবাৰে মৰহি গল। ওৰণি টানি ভিতৰ সোমাল। পোত্‌লাৰ এই লাজৰ নমুনা দেখি— "লাজ নাৰীৰ ভূষণ" কথাষাৰ মোৰ মনত নিকপকপীয়া হল।

পৰিবাৰে বকিলে— "ছিঃ তাইক কিয় তেনেকৈ কলে। তাই এতিয়া ভাল হৈছে। জানীয়ে শুনিলে বৰ বেয়া পাব। কত কষ্ট কৰি তাইক ভাল কৰিলে। ছিঃ আপোনাৰ দেখিছো অকণো লাজ নাই।"

মই নিৰুত্তৰ হলো। কিন্তু মনতে ভাবিলো। লাজ থাকিলে কাহিনী লেখিবলৈ প্ৰয়াস কৰেনে? কতক কত ধৰণে প্ৰশ্ন কৰি লঘু-লাঞ্ছনা ভুগিছো মই হে জানো। লাজ ভয় থাকিলে কাহিনী লিখা নহয়। গল্প হয়তো লেখিব পাৰি। কাহিনীৰ পক উঠে নায়ক নায়িকাৰ লগত মুখামুখি হলেহে।

উনত্ৰিশ নৱেম্বৰ ১৯৮৬ চন। শনিবাৰ। সেইদিনা জিৰণি।

বেজ আজি নাহে। কিবা থকমা কাম আছে হেনো। ঘৰত বহি বহি আমনি লাগিছে। আবেলি ওলাই গলো। লক্ষ্মী প্রসাদ দত্তৰ ঘৰলৈ। কিন্তু দত্ত নাই। তেওঁৰ যোৱাৰীহঁতহে আছে। তত্থপৰি মন নবহিল। অকণমানক অকলে এৰি আহিছো। জানীহঁত তিনিচুকীয়ালৈ যোৱাৰ কথা। সেয়ে সোনকালে উভতিলো।

ঘৰ সোমাই দেখো পোত্‌লাই অকণমানৰ ওচৰত বহি কথা পাতি আছে। মই অহাৰ লগে লগেই পোত্‌লা উঠিল।

অকণমানে কলে—"আপোনাৰ কাম অলপ কৰিলো। পোত্‌লাক তাইৰ জীৱনৰ কথা সুধিছিলো। তাইৰ বিয়া হৈছিল - এজন হিন্দুস্থানী ডেকাৰ লগত। লৰাও এটা আছে। কিন্তু তাইক নিঠৰুৱা কৰি গিৰীয়েক গুচি গ'ল। তাৰ পিছত বহু কথা তাই কব নোৱাৰে। একো মনত নপৰে।

"লৰাজন এতিয়া কত? কিবা কলে নে?"

"কলে, ওচৰৰ বঙলাতে থাকে। মিছনৰ বঙলাত। সেয়েহে হেনো তাই ইয়াত থাকিব বিচাৰে। লৰাজনৰ কাষতে থকা অনুভৱ কৰে। কেতিয়াবা কেতিয়াবা হেনো দেখেও। সি এতিয়া ডাঙৰ হৈছে। পঢ়িছেও হেনো। সিমানলৈকে জানিলো। এনেতে আপুনি আহিল।"

এনেতে হীৰাই চাহ লৈ আহিল। আবেলিৰ চাহ জলপান। হীৰাক এনেয়ে সুধিলো—"ভাত খালা?' হীৰাই সহজে উত্তৰ দিলে—"কেতিয়াবাই খালো?"

পুনৰ সুধিলো -" পোত্‌লাই খালে নে নাই?"

"নাই।"

"এতিয়ালৈকে, ভাত খোৱা নাই? কেতিয়া খাব?"

"মোজতো সেইৰকম। ভাতৰ থাল ঢাকি ৰাখে। তাইৰ লৰাটো আহিব বুলি চাই থাকে। ৰাতি হলে খাই নহলে পেলাই দিয়ে।"

লৰাটো আহে নেকি?"

"কোনো কোনো দিন আহে। আহিব নিদিয়ে মহয়। এমাহ মান হল এবাৰ আহিছিল।"

"তথাপি ভাত বাঢ়ি লৈ বৈ থাকে ?"

"থাকে। তাইক দেখিব বুলি সেই গছৰ তলত মূঢ়া পাৰি বহি থাকে।" এই বুলি হীৰা গলগৈ। মোৰ মাত হেৰাই গল।

কোঠালীটো কিবা অস্বাভাবিক ৰূপে গহীন হৈ পৰিল। অকনমানে এটি হুমুনিয়াহ কাঢ়ি কলে –

"মাতৃৰ মৰম কি কোনে বুজিব।"

মই বাহিৰ ওলাই দেৱালৰ পূৰলৈ চালো। নাই একো নেদেখি। এনেতে ছাত্ৰাবাসৰ ঘণ্টা বজা শুনিলো। দেখিলো—পোতলাই সাজি থোৱা থাল এখন লৈ তাইৰ শোৱনি কোঠাৰ ফালে আগবাঢ়িছে।

× × × × × ×

জানীহঁত যোৰহাটলৈ গল। বিয়া। মৃদুৰ ভায়েকৰ বিয়া। মৃদু বিজয়া বাইদেউৰ সৰু বোৱাৰী। অকনটিৰ পৰিবাৰ। সেয়ে ঘৰ উদং। আমিয়েই গৃহস্থ প্ৰায় হলো। বৰ ঘৰত বিজয়া বাইদেউ থাকে। লগত মাথোন এজনী চেমনীয়া হাতধৰা লিগিৰী। ৰাতি বিজয়া বাইদেউৰ কাষত থাকিবলগীয়া হল। অকণমানৰ ওচৰত থাকিল হীৰা আৰু পোত্‌লা।

ৰাতি মানুহৰ মন কেনেগ হয়। অকণমানে পোত্‌লাক পুনৰায় তাইৰ জীৱন কাহিনী সুধিলে। তায়ো কোনো সঙ্কোচ নোহোৱাকৈ কৈ গল।

তাইৰ বিয়া হৈছিল। এজন হিন্দুস্থানী ডেকাৰ লগত। এটি লৰাও উপজিছিল। কিন্তু হঠাতে এদিন তাইক দলনিত পোণা মেলি সি পলাল। তাইৰ ভবিষ্যত অন্ধকাৰময় হল। তাৰ পিছত ক'ত কি কৰিলে তাই কব নোৱাৰে। মনে একো চুকি নাপায়। কিন্তু যেতিয়া অলপ জ্ঞান আছিল তেতিয়া তাই দেখে তাইৰ কোচত লৰাটো নাই। ক'ত গল— কোনে নিলে তাই একো নাজানে। শেষত জানিব পাৰিলে তাইৰ লৰাটো আছে। ভালেৰেই আছে কৰবাৰ মিছনত। তাই বহু ঠাই বিচাৰি বিচাৰি এইখিনি পালেহি। কাষতে [illegible] লৰাটো

থাকে। কিন্তু গুলাই সোমাই কুৰাত বাধা আছে। কেতিয়াবা আঁৰে আঁৰে আছে। তাৰ পাচ ছয় বছৰতে এই এৰাএৰি হৈছিল। এতিয়া তাৰ বয়স হব চৈধ্য পোন্ধৰ বছৰ। সঠিক হিচাব কৰিব নোৱাৰে।" বাক্তিৰ এন্ধাৰত— পোতলাই তাইৰ জীৱনৰ পোহৰ এনেদৰে চতিয়ালে।

ৰাতিপুৱা অকণমানে মোৰ কাহিনীৰ কাৰণে এইখিনি সমল যুগুতাই দিলে।

তাহানি মইনামতীৰ কাহিনী লেখোতেও অকনমানে কাহিনীৰ আঁত উলিয়াই দিছিল। এইবাৰো তাকেই কৰিলে। পোনতে পোতলাক নাচিবলৈ কওঁতে তেওঁ মোক বকিছিল। এতিয়া মোৰ হৈ তেওঁ নিজেই পোতলাৰ কাহিনী জুকিয়াবলৈ ব্যগ্ৰ হৈ পৰিছে। সেয়ে হয়তো পত্নীক সহধৰ্ম্মিনী বোলে। অৰ্দ্ধাঙ্গিনী কয়। মই মনে বিচৰা কাম জুকিয়াই দিয়াতো যেন মোৰ পত্নী অকনমানৰ এটি নৈতিক ধৰ্ম্ম। বাহিৰত কেটেৰা মাৰিলেও ভিতৰি বেঠা নেৰে।

× × × × × ×

আজি গধূলি জানীহঁত উভতিব। যোৰহাটৰ পৰা। দুপৰীয়া জিৰণি লৈ উঠাৰ লগে লগে পোতলাই চাহ আনিলে। আমাৰ দুয়োলৈকে। মই চাহ কাপ লৈ বহা কোঠালৈ আহিলো। অকণমানে চাহ কাপ লৈ পোতলাৰ আৰু কথা জানিবলৈ বুলি প্ৰশ্ন কৰিব বিচাৰিলে। কিন্তু আজি পোতলায়ে প্ৰথমে ধৰিলে। সুধিলে —"বাইদেউ স্কুল পাছ কৰিলে চাকৰি পায় নহয়?"

"পায়।"

"দেউতা মন্ত্ৰী নহয়? কাম দিব পাৰে নহয়?"

পোতলাই আমাৰ জীৱনীও জানে। এবাৰ মই মন্ত্ৰী আছিলো। কিন্তু এতিয়াতো নহয়। তেতিয়া শিং গজিছিল। মন্ত্ৰীৰ শিং। এতিয়া মৰা শিয়ালৰ স্বৰূপ। লঠামৰা।

অকণমানে হেনো মুৰ জোকাৰি "হয়" বুলি শলাগী থলে।

এনেতে মৃদু পাদুকা চলনৰ শব্দ শুনিলো। চাওঁতে নিজৰা

বাইদেউ আহিছে। বাইদেউক অহা দেখিয়েই কাপ প্লেট যোৰ লৈ পোত্‌লা আঁতৰিল। বাইদেউ অকণমানৰ ওচৰ চাপিল। কি কৰিছা—সুধিলে।

অকণমানে কলে "কি কৰিব। এনেয়ে পোত্‌লাৰে কথা পাতি আছো।"

বাইদেৱেও ধীৰ স্থিৰ ভাৱে কলে—"এইজনী বৰ ভাল স্বভাৱৰ তিৰোতা। কিন্তু ভাগ্য বেয়া। অৱস্থাও ভাল আছিল। দেখিবও ধুনীয়া। নাচ গানটো পটু আছিল। সেয়ে চকু পৰিল। বেয়া মানুহৰ চকু পৰিল। গাওঁ, সমাজ, বাপেক মাক সকলোৰে আপত্তিতো তাই বিয়া কৰালে। এজন হিন্দুস্থানী ডেকাৰ লগত। ডেকাজনে ভাল ঠিকা ঠুকলিও কৰিছিল। কিন্তু মদ আৰু জুৱাই খালে। সকলো অৰ্জন শেষ কৰি সি পলাল। তাই আৰু লৰাটোৰ বাবে সি অকণো নাভাবিলে। আগতে তাই দুই চাৰিজনক খুৱাইছিল। এতিয়া তাই লোকৰ ঘৰত থাকি খাবলগীয়া হৈছে।"

এনেদৰে পোত্‌লাৰ কথা আৰু কিছু বাইদেৱে আমাক জুকিয়াই দিলে। মই বাইদেউৰ লগে লগে কোঠালীলৈ আহিছিলো। এইবাৰ সুধিলো—"তাইৰ ঘৰ ক'ত আছিল জানেনে? পোত্‌লাৰ নামটো আমাৰ অসমীয়া অসমীয়া নালাগে।"

বাইদেৱে গহীনাই কলে—"তাই অসমীয়া ছোৱালী। হয়তো নামটো পুতলী বা পুতলা আছিল। হিন্দুস্থানীৰ মুখত পৰি পোত্‌লা হল।"

কথাটো মোৰ মনেও ধৰিলে। হয়তো পুতলী বা পুতলাই—আজি আমাৰ নায়িকা পোত্‌লা ৰূপে জনাজাত হল।

বাইদেৱে কলে— "তাই এই দুখই বেদনা সহিব নোৱাৰি বলীয়া হল। বাটে পথে নাচি ফুৰে। এতিয়া তাই বহুখিনি ভাল পাইছে। লৰাটো কোনোবা সদাশয় লোকে নি মিছনত দিলে। এতিয়া ডাঙৰ হৈছে। পঢ়া শুনাও কৰিছে। তাক ঘুৰাই পোৱাৰ আশাতে

আমাৰ ইয়াত উঠিছেহি।"

বাইদেউ গলগৈ। আমি পোত্‌লাৰ বিষয়ে আৰু অলপ সম্বল পাই আনন্দিত হলো।

অকনমানে উৎসাহিত হৈ কলে—"তাই ঠিকেই কৈছিল। সিহঁতৰ হেনো লাভ ( love ) খেলি বিয়া হৈছিল। গুপুতে মন্দিৰত ফোট দিয়া দিয়ি কৰি।"

এতিয়া সেই খেলা শেষ হল।

*     *     *

ঘৰৰ দুই এটা বিজুলী বাত্তি জ্বলিছে। তেতিয়াও ভালকৈ এন্ধাৰ হোৱা নাই। অকনমানেৰে আলোচনা কৰি আছো। ডুলীয়া-জানলৈ যোৱাৰ কথা লৈ। তাত মোৰ জী-জোৱাই থাকে। মাইনু আৰু মুনু। সিহঁতে তাত ৰাখি অকণমানৰ চিকিৎসা কৰাৰ খোজে। বেজজনকো সিহঁতে মান্তি কৰাইছে; তেওঁ তাতে থাকি চিকিৎসা কৰিবলৈ মান্তি হৈছে। সেই মৰ্ম্মে এজন কৰ্ম্মচাৰীৰ হাতত আজি এখন চিঠিও দি পঠাইছে। তাকে আলোচনা কৰি আছো। এনেতে হীৰা লৰি আহি সোমাল। তাই কলে—"দেউতা। পোত্‌-লাৰ লৰাটো আহিছে।"

মই লৰালৰিকৈ তাক লগ ধৰাৰ মানসে গলো। দুৱাৰ খুলি ওলাই পিছফালে আগুৱাইছো। তাৰ পৰাই দূৰৰ পৰা এটি অপূৰ্ব্ব দৃশ্য দেখিলো। মই সেই দৃশ্য দেখি থমকি ৰলো। পোত্‌-লাই হাতত থাল এখন লৈ এজন চেমনীয়াক কিবা খুৱাইছে। পোত্‌লাৰ হঁাহিভৰা মুখখন বিজুলী বাত্তিৰ পোহৰত বৰ মোহনীয় হৈ পৰিছে। মাতৃৰ স্বৰ্গীয় হঁাহি। মই বৰ উদ্বুদ্ধ হলো। যেন যশোদা মাতৃয়ে চেমনীয়া কানুক হঁাহি হঁাহি লবনু খুৱাইছে। এই দৃশ্য অতি মোহনীয়। মই যদি এজন চিত্ৰকৰ হলোহেঁতেন। কিন্তু এই স্বৰ্গীয় দৃশ্য বৰ ক্ষন্তেকীয়া হল। মুহূৰ্ত্ততে সি লুকাল। এবা ছাত্ৰাবাসৰ ঘণ্টা বৰ জোৰে বাজিছে। লৰাজনক লৰি যোৱা

দেখিলো। কিন্তু লগ ধৰিব নোৱাৰিলো। কিন্তু মাতৃমূৰ্ত্তিৰ এটি মোহনীয় ৰূপ মোৰ মানস চকুত যুগমীয়া হৈ ৰ'ল।

মই আহি অকনমানক কথাটো কৰলৈ লৈছো মাথোন—এনেতে পোতলা আহি ওলাল। আজি যেন পোতলাৰ ৰূপ বেলেগ, স্বৰূপ বেলেগ। আনন্দত উগুল-থুগুল। হাঁহি হাঁহি কলে "সি বাইদেউ আহিছিল। আৰু দুবছৰ গলে সি স্কুল পাছ হব।"

আজি পোতলাৰ মোৰ আগত কথা কৰলৈ কোনো সঙ্কোচ নাই। তাই মুখ খুলি নকলেও তাইৰ মনৰ ভাব বুজিবলৈ আমাৰ অকণো অসুবিধা নহল। তাই নিশ্চয় ভাবিছে আৰু মাত্র দুটা বছৰ। দুটা বছৰ পাৰ হলে সি স্কুল পাছ কৰিব। তেতিয়া তাৰ এটি চাকৰি হব। এটি সৰু ঘৰ সাজি মাক-পুতেকে বাহা পাতিব। মুখত এই ভাবৰ চানেকী।

আজি পোতলা আনন্দত মতলীয়া। মোহনীয়া আৰু বিনন্দীয়া।

* * *

তেৰ ডিচেম্বৰ। দুলীয়াজানলৈ ওলালো। অকণমানৰ বাকী চিকিৎসা তাতেই হব। মুমু মাইনুৰ ইচ্ছা। সেইদিনা গধূলি সিহঁতৰ গাড়ীৰেই বেজ আৰু বেমাৰী সমন্বিতে দুলীয়াজান ওলালোগৈ।

১৯৮৬ চন পাৰ হৈ ১৯৮৭ চন আহিল। বাৰ মাৰ্চ্চত চিকিৎসা সামৰি গুৱাহাটিলৈ ওলাইছো। পুৱাই দুলীয়াজান এৰিলো। বাটত ডিব্ৰুগড়। জানীৰ ঘৰত সোমালো। আগতীয়াকৈ বাতৰি দিয়া আছিল। ভাত-পানীৰ যোগাৰ কৰি ৰাখিছে। আমি গৈ দহ বজাৰ আগে আগে সেইখিনি পালোগৈ। অকনমানে পেং (crutch) লৈ খোজ কাঢ়িব পৰা হৈছে। সকলোৰে আনন্দ। চাৰলৈ সকলো জুম পাতিছে। বিজয়া বাইদেউ, অকণটি, মৃদু, জানী, জিনটি, লালফি, পোৱালী, হীৰা সকলো। কিন্তু পোতলাক নেদেখি সুধিলো—পোতলা কও? জানীয়ে খোৰতে কলে "নকব! সেইজনী আকৌ

বলীয়া হৈছে।" এই বুলি জানী অকণমানৰ কাষ চাপিল। হীৰাক ওচৰলৈ মাতি পোতলাৰ কথা সুধিলো।

হীৰাই সহজভাবে কলে—"তাইৰ লৰাটো হেৰাল। তাকে গুনি তাই ভাত পানী এৰিছে। নাচি গাই বলিয়ালি কৰে। তাইক হস্পিতেলত থৈছে।"

লৰাজন হেৰাল? ক'ত হেৰাল? ইমানটো লৰা কেনেকৈ হেৰাব পাৰে? এনেদৰে মনত সহস্ৰ প্ৰশ্নৰ জাউৰি উঠিল। কিন্তু উত্তৰ নাই।

জানীহঁতৰ অভ্যৰ্থনা শেষ হল। এঘাৰ বাজি গল। গাড়ীত উঠিলো। ড্ৰাইভাৰ গোহায়ে গাড়ী এৰি দিলে। ঘাই আলিয়েদি গুৱাহাটী বুলি গাড়ীয়ে চেকুৰি মেলিলে। মই বাৰে বাৰে সুধিলো— "অকনমান, লৰাজন বাৰু কেনেকৈ হেৰাল। সি কলৈ গল?" কিন্তু এই প্ৰশ্নৰ উত্তৰ নাই। প্ৰশ্ন সুধি যেনি তেনি লৰিব পাৰি। কিন্তু ধৰিব নোৱাৰি।

তাহানি ধাত্ৰী পান্নাৰ কথা বুৰঞ্জীত পঢ়িছিলো। ধাত্ৰী পান্নাই ৰাজবংশ ৰক্ষা কৰিবলৈ বুলি নিজ পুত্ৰক ঘাটকৰ হাতত তুলি দিছিল।

আৰু পোতলাই?

মাতৃ পোতলাই নিজৰ লৰাৰ উম বিচাৰি এটি জীৱন নিঃশেষ কৰি দিলে।

ধাত্ৰী পান্না সকলোৰে সদায় সমাদৃত। কিন্তু মাতৃ পোতলা?

তাইৰ দুখত এটুপি চকুপানী টুকিবলৈ আজি কোনো নাই। তাই নিশ্চয় হস্পিতেলৰ ভিতৰত নাচি-বাগী নিজক নিঃশেষ কৰি দিছে।

তাইৰ দুখ বুজিবলৈ— তাইৰ এই নাচ-বাগ চাবলৈ আৰু কোন আছে? ☐ ☐

## ছেমহুদ

ছেমহুদ। নামটো শুনিলেই বহুতৰে হয়তো মনবোৰ ঢাপলি মেলিব দূৰলৈ, বহু দূৰলৈ—সাত সাগৰ, তেৰ নদী পাৰ হৈ। বহুতৰে হয়তো মনলৈ আহিব দুঃসাহসিক সেই কাহিনীলৈ, কিন্তু আচলতে ছেমহুদ আৰু ৰবীনহুদৰ মাজত পাৰ্থক্য বহুখিনি। দূৰত্বৰ সীমা বহুখিনি : নাটিংহামৰ পৰা নগাওঁ। কিন্তু এটি বিজনি হ'লে এই দুজনৰ মাজত মিলে। ৰবিনহুদে দুঃসাহসিক অভিযানেৰে নাটিংহামৰ ওচৰৰ 'ছাৰউড ফৰেষ্ট' আজিও জিলিকাই ৰাখিছে। আমাৰ ছেমহুদেও অসমীয়া চলচিত্ৰৰ ক্ষেত্ৰত এনেদৰে এটি গভীৰ ৰেখাপাত কৰি গৈছে। অৱশ্যে এঠাইতহে হেৰ-ফেৰ—প্ৰচাৰৰ। ৰবিনহুদৰ প্ৰচাৰ যথেষ্ট। কাহিনী হ'লেও কাহিনীবোৰ আজিও সঁচা যেন মনে ধৰে। কিন্তু ছেমহুদৰ সঁচা কাহিনীও প্ৰচাৰৰ অভাৱত জহি-খহি নাইকিয়া হ'বৰ উপক্ৰম।

ছেমহুদৰ আচল নাম হ'ল ছামছুল হুদা। ছেমহুদৰ আন কি গুণ আছিল নাজানো; কিন্তু তেওঁ যে এজন কলামোদী আৰু শিল্পী আছিল সেইটো হ'লে বহু ঠাইত বহু ধৰণেৰে প্ৰমাণ পাইছোঁ। ছেমহুদৰ জীৱনত জ্ঞান কি অভিশাপে ক্ৰিয়া কৰিছিল নাজানো। কিন্তু তেওঁৰ এটি ইচ্ছাৰ কথা আমাৰ চাম লোকে কিন্তু ভালদৰে জানিছিল।

তেওঁৰ ইচ্ছা, তেওঁৰ কালত চিত্ৰগ্ৰহণ কৰা সকলো অসমীয়া ছবিতে অংশ গ্ৰহণ কৰা। এই বিষয়ে তেওঁ কৈছিল—

: কোনো আমনি নকৰাকৈ, কাকো ভৰণি নভৰোৱাকৈ ছবি-বোৰত মই ওলাব বিচাৰোঁ। 'জয়মতী'ৰ পৰা আৰম্ভ কৰি।

এই ইচ্ছা পূৰণৰ অৰ্থে তেওঁ যি ত্যাগ আৰু কষ্ট স্বীকাৰ

কৰিছিল, সি অতুলনীয়। আনবোৰ কথা এৰি আমাৰ নিজা অভিজ্ঞতাৰ কথালৈ আহোঁ।

'বদন বৰফুকন' চলচিত্ৰৰ চিত্ৰগ্ৰহণ আৰম্ভ হৈছে—কলিকতাত। ছেমহুদ তেতিয়া কলিকতাত। একপ্ৰকাৰ স্থায়ী বাসিন্দা। তিনি নম্বৰ মেংগ লেনৰ এটা কোঠালীত তেওঁ কাম কৰি আছে। বহুদিনৰ পৰা।

'বদন বৰফুকন'ৰ চিত্ৰগ্ৰহণ প্ৰায় ৰাতি হৈছিল। সদায় ষ্টুডিঅ' নাপায়; সপ্তাহত দুই-তিনিদিন কাম চলে।

ছেমহুদ এই ছবিৰ লগত জড়িত নহয়। সেয়ে তেওঁক চিত্ৰগ্ৰহণ কৰা দিনৰ বাতৰি দিয়া নহয়। কেতিয়াবা দেখিছোঁ, খবৰ দিয়া লোকেই সময়মতে আহি নাপায়—বাছ ট্ৰামৰ অসুবিধাত। কিন্তু খবৰ নিদিয়া ছেমহুদ সদায় সময়মতে ষ্টুডিঅ' আহি ওলায়। এচুকত বহি বা থিয় হৈ ছবিগ্ৰহণৰ কাম চাই থাকে।

'বদন বৰফুকন'ৰ পৰিচালক আছিল কমল চৌধুৰী। গুৰি ধৰোতাসকলৰ ভিতৰত আছিল আমাৰ পাণবজাৰৰ নিৰোদ ৰায়, বিখ্যাত ফটোগ্ৰাফাৰ। তেওঁলোকে এদিন কথা উলিয়ালে—

: মাষ্টৰ, আমাৰ হুদা চাহাবক কামত লগাব লাগে। এঠাইত উলিয়াবই লাগিব।

মই কাহিনী আৰু চিত্ৰনাট্য লিখিছিলোঁ। ভাগে ভাগে বচন দিয়া হৈছে। বদন বৰফুকনৰ ভাগত কামাখ্যানাথ ঠাকুৰ, পূৰ্ণানন্দ বুঢ়াগোহাঁই: দ্বিজেন্দ্ৰনাথ ৰায়চৌধুৰী, চন্দ্ৰকান্ত সিংহ: চাৰু বৰদলৈ, সংবাদ: কমল চৌধুৰী আৰু মই নিজে আছিলো কামৰূপীয়া বিদ্ৰোহী প্ৰজাৰ গুৰিয়ালৰ ভাগত। হুদা চাহাবৰ অভিনয়ৰ প্ৰতিভা মোৰ তেতিয়া অগোচৰ। সেয়ে সুধিলোঁ—

: কি ভাগত লগাম? বচন দেখোন বিতৰণ হৈয়ে আছে। এতিয়া নতুন চৰিত্ৰ আঁকিবলৈ অসুবিধা হ'ব।

: অনলি টু এপিয়াৰ, বাট ন' স্পিচ। —কমলে হাঁহি মাৰি

ক'লে।

'তেতিয়া হ'লে হ'ব' বুলি মই ততালিকে গলাগিলোঁ। কমল আৰু নিবোদ বায়ে হুদাক গৈ ক'লে—

: আপুনি সদায় আহি থাকিব। কোনোবাদিনা আপোনাৰ ভাগ তুলি পেলাম।

তেওঁলোকৰ কথা শুনি হুদা চাহাব মোৰ লগ লাগিল। ষ্টুডিঅ'ত সদায় লগ পাওঁ। বহু কথা হওঁ। কিন্তু আচৰিত কথা যে, আমাৰ কাৰণে চাহ আহিলে তেওঁ আঁতৰি যায়; ভাত খোৱাৰ সময়ত তেওঁ নাথাকে। হুদা চাহাবৰ চৰিত্ৰ বিশেষ মনকৰিবলগীয়া। বিড়ি, ছিগাৰেট, চাহ এনে নিচাযুক্ত বস্তু মুখত নিদিয়ে। পৰৰ পইছাৰে ভোজন নকৰে। থকা-মেলাৰ ব্যৱস্থা নিজে কৰি হুদা চাহাব বহু কেইখন ছবিত ওলাইছে। অৱশ্যে বেছি ভাগতে বচনহীন চৰিত্ৰত। হুদা চাহাবৰ কাৰণে প্ৰযোজকৰ কিন্তু কতো এক পইছাও খৰছ হোৱা নাই। এই ক্ষেত্ৰত অসমীয়া চলচিত্ৰ জগতত হুদা চাহাব প্ৰকৃত অবৈতনিক শিল্পী। হুদা চাহাবৰ বাহিৰে কোনো সৰু-বৰ অসমীয়া শিল্পীয়ে এই প্ৰশংসা পাব নোৱাৰে।

'বদন বৰফুকন' ছবিত ৰূপসিং বঙাল এটি বিশেষ চৰিত্ৰ। মই সেই ভাৱৰ কথা কমলক ক'লোঁ। কমলে ক'লে—সেইটো সৰু ভাও হ'লেও বৰ ছিৰিয়াছ দৃশ্যত ওলাব লাগে। এতেকে হুদা চাহাবক সেইটো দিয়াটো ঠিক নহ'ব। তেওঁক ৰূপসিং বঙালক মাতি অনাৰ কাৰণে পঠিওৱা চাওদাংজনৰ ভাওটোকে দিব লাগিব।

হুদাৰ কাৰণে সেই চৰিত্ৰটোকে ঠিক হ'ল। এফাঁকি বচন লিখিবলৈ ক'লে— সকৈ। বচন ফাঁকি লিখিলোঁ।---ৰূপসিং বঙালক সাজু কৰি ৰখা হৈছে। বচনফাঁকি হুদা চাহাবক লেখি দিলোঁ।

এসপ্তাহৰ পিছত সেই দৃশ্যৰ দৃশ্যগ্ৰহণৰ আয়োজন চলিছে। হুদাই এজন অসমীয়া পাইকৰ বেশত সাজি-কাচি বচন ফাঁকি আওৰাই আছে।

দৃশ্যগ্ৰহণৰ সময় হ'ল। কেমেৰা, ছাউণ্ড সকলো দৃশ্যগ্ৰহণৰ কাৰণে সাজু হৈ আছে . পৰিচালক চৌধুৰীয়ে 'ষ্টাৰ্ট' ছাউণ্ড. ষ্টাৰ্ট' কেমেৰা' বুলি চিঞৰিলে। ছুদা চাহাবে বচনফাঁকি পাহৰিলে।

: কাট—কাট··· ···। চিঞৰি কমল বহি পৰিল।

শেষত বহু যত্নৰ পিছত 'অ'নলি টু এপিয়াৰ, ন' স্পিচ' কথাষাৰেই ৰক্ষিল। ছুদা চাহাবে ক'লে—

: লাইট-কেমেৰাৰ আগত থিয় হ'লে মূৰে কাম নকৰা হয়। বেয়াদপি মাফ কৰিব। — লগে লগে হাঁহিৰ খলকনি উঠিল।

তাৰ প্ৰায় দুবছৰৰ পিছৰ কথা।

১৯৪৮ চন। 'পাৰঘাট' ছিনেমাৰ বহিদৃশ্যগ্ৰহণ হৈছে গুৱাহাটীৰ উত্তৰ পাৰে থকা কুৰুৱা গাঁৱত। তাতেই কলাকুশলী আৰু শিল্পীসকলে বাহৰ পাতিছে। 'পাৰঘাট'ৰ প্ৰযোজক তিলক দাস, কাহিনী আৰু সংলাপ লেখিছে নাট্যকাৰ প্ৰবীণ ফুকনে। পৰিচালনাৰ ভাৰ ফুকন, কমল চৌধুৰী আৰু দুজনমানে লৈছে। শ্ৰেষ্ঠাংশত আছিল— চন্দ্ৰ ফুকন, সৰ্বেশ্বৰ চক্ৰবৰ্তী, যোগেন বৰদলৈ, যোগেন বৰকাকতী, ভুবনেশ্বৰ বুজৰবৰুৱা আৰু বহুতো। স্ত্ৰী চৰিত্ৰত অভিনয় কৰিছিল— জ্ঞানদা কাকতী, মলয়া দাস, তৰুলতা দাস আদিয়ে।

অনাহুতভাবে ছুদা চাহাব গুৱাহাটী পালেহি। কিন্তু সকলো কুৰুৱাত। এখন নাও ভাৰা কৰি কুৰুৱালৈ যাত্ৰা কৰিলে। তেতিয়া মাঘ মাহ শেষ হওঁ হওঁ। ফাগুণৰ বা লাগিছে। লুইতত ঢৌ। ডাঙৰ নহ'লেও সৰু নহয়। পছোৱাৰ ঢৌ নহয়, ভটিয়া বতাহৰ ঢৌ।

প্ৰায় তিনিমান বজাত কুৰুৱাৰ ঘাটত আহি নাও লাগিল। ছুদা চাহাবে হাতত মালপত্ৰ লৈ বালি ভাঙি ভাঙি আগবাঢ়িছে। গাঁৱৰ ল'ৰাবোৰে দেখি কিৰিলি পাৰি উঠিল। আৰু এজন 'টকি'ৰ মানুহ আহিল; লৰি গৈ আগুৰি ধৰিলে। ল'ৰাবাহৰ সহায় লৈ ছুদা চাহাব বাহৰ ওলালহি।

বাহৰত আবেলিৰ চাহৰ কাৰণে থুপ খাই থকা প্ৰযোজক,

পৰিচালক, অভিনেতা, অভিনেত্ৰী সকলে হুদা চাহাবক দেখি আনন্দিত আৰু আচৰিত হ'ল। এই বতাহতো টুলুঙা নাৱেদি কুকুৱা ওলোৱাৰ কথাত যেতিয়া সকলোৱে আচৰিত হ'ল, তেতিয়াহে হুদা চাহাবৰ সম্বিত ঘূৰি আহিল।

লুইতলৈ চাই তেতিয়া কঁপিবলৈ ধৰিলে। ক'লে—

: ছিঃ, বৰ দুৰ্য্যোগৰ মাজেদি আহিলোঁ। কিন্তু তেতিয়া মোৰ এটি মাত্ৰই চিন্তা আছিল, আজিৰ চিত্ৰগ্ৰহণত এবাৰ ওলাই কালিলৈ যাতে পুনৰাই উভতিব পাৰোঁ। এতিয়া দেখিছোঁ কালিলৈ মই এইদৰে উভতিবৰ সাহস নহ'ব।

'পাৰাঘাট'তো হুদা চাহাবে এটি চৰিত্ৰত ওলাই নিজৰ অভিলাষৰ জখলাত এখোপ আগুৱালে।

১৯৫৫ চন।

'নিমিলা অংক' ছবিৰ চিত্ৰ গ্ৰহণ আৰম্ভ হৈছে কলিকতাৰ ষ্টুডিঅ'ত। আমি আটায়ে বাহৰ পাতি আছোঁ। ছবিৰ কাম বহুখিনি আগবাঢ়িছে। ছবিৰ পৰিচালক মই নিজে। সংগীত পৰিচালনা পুৰুষোত্তম দাসৰ। মুখ্য ভূমিকাত আছিল— কমলনাৰায়ণ চৌধুৰী, শৰৎ দাস (গোবৰ), জীবেশ্বৰ চক্ৰবৰ্তী, মোৱাজ্জিন আলি, মই নিজে আৰু বহুতো। স্ত্ৰী চৰিত্ৰত আছিল— গিৰিজা হাজৰিকা, অনুপমা ভট্টাচাৰ্য্য আৰু বেগম। শিশু শিল্পী আছিল— নিৰোদ দাস, গৌতম বৰুৱা, ধীৰু ভূঞা আৰু ৰুণুমী ভট্টাচাৰ্য্য।

এদিনাখনৰ কথা।

'নিমিলা অংক'ৰ চিত্ৰগ্ৰহণ হৈ আছে। গধুলি হৈছে। এনেতে দেখিলোঁ— ষ্টুডিঅ'ৰ এচুকত হুদা চাহাব। মোৰ ওচৰ চাপি ক'লে—

: চৌধুৰী, আহিছোঁ। এইমাত্ৰ আহি পাইছোঁ। অসমৰ পথা। মোৰ কাৰণে কিবা এটা ৰাখিছেনে ?

: হ'ব, বহক— । —এই বুলি বহিবলৈ ক'লোঁ।

: আজিয়েই মেকআপ কৰিব লাগিব নেকি ? —হুদা চাহাবে

ক'লে।

: নালাগে : দুদিনমানৰ পাছত লাগিব।

: মই তেওঁক থকাৰ ব্যৱস্থা কৰোগৈ। আপুনি চিন্তা কৰিব নালাগে। মই সদায় আহি থাকিম। —এইবুলি ছদা চাহাব গ'লগৈ।

এইজনা শিল্পীৰ প্ৰতি মোৰ বৰচেনেহ আছিল। কিমান আশাৰে আহে, নিৰিচাৰেঁ।তেও আহে। সেয়ে এইবাৰ এটি বচন থকা ভাও দিবলৈ স্থিৰ কৰিলোঁ। ৰিক্সাৱালাৰ ভাও। বচনৰ দুটি কলি আছে। গিৰিজা হাজৰিকা আৰু মোৰ লগত কথা কটাকটি আছে। দৃশ্যটো এনেকুৱা—

ৰাতি ৰিক্সাৰে ঘৰলৈ আহি ভাড়া দিবলৈ পইছা নাই। যি আছিল ইতিমেধ্য গুণধৰ পুত্ৰ এজনে হস্তগত কৰি ফুৰিবলৈ গৈছে। সেয়ে ৰিক্সাৱালাক ক'ব লাগে—

: ৰিক্সাৱালা, তই কালিলৈ পুৱা আহিবি। ৰাতি পইছা দিয়াৰ নিয়ম আমাৰ নাই।

: ৰাতি পইছা দিয়াৰ নিয়ম নাই যদি ৰাতি ৰিক্সাত উঠে কিয় ? —ৰিক্সাৱালাৰ উত্তৰ।

এনে উত্তৰ পাই তেতিয়া গৰজি উঠি 'লাইচেঞ্চ কটাম' বুলি ধমকি দিব লাগে। তেতিয়া ৰিক্সাৱালাই ক'ব—

: পইছা নিদি ৰিক্সাত উঠিব। পইছা খুজিলে লাইচেঞ্চ কাটে! —তাৰপাছত 'বাক' 'বাক' বুলি ওলাই যাব লাগে।

চিত্ৰগ্ৰহণৰ দিনা ছদা চাহাব পুৱাই হাজিৰ হ'লহি। চিত্ৰগ্ৰহণৰ সময় হ'ল। 'ষ্টাৰ্ট কেমেৰা এণ্ড ছাউণ্ড' বুলি কওঁতেই ছদা চাহাব সচকিত হ'ল। 'ব'ব···ব'ব' বুলি কৈ সুধিলে—

: মোৰ ক্ল'জ আপ হ'ব নেকি ?

: আপুনি কৈ যাব। আমি কেমেৰা ঘূৰাই আপোনাৰ মুখত ৰাখিম। —আমি উত্তৰ দিলোঁ।

পুনৰ চিত্ৰগ্ৰহণ আৰম্ভ হ'ল। এইবাৰ প্ৰথম কলিটো বৰ সুন্দৰকৈ

ক'লে— কিন্তু পিছৰ কলিটো কওঁতে আউল লগালে। দুই-এবাৰ চেষ্টা কৰি শেষত কেমেৰাৰ পৰা বাহিৰত ৰাখি পিছত সংলাপখিনি 'ডাব্‌' কৰি ল'লো।

দুদা চাহাবৰ আনন্দ। দুটা বচনৰ এটা কলি নিৰ্ভুলভাবে ক'ব পাৰিলে। নিজেই ক'লে—

: চৌধুৰী, আপোনাৰ অনুগ্ৰহত পঞ্চাছ ভাগ কৃতকাৰ্য্য হলোঁ। পিছৰখনত বচন দিব নিশ্চয়। সম্পূৰ্ণ কৃতকাৰ্য্য হ'ব পাৰিম।

[_] এবাৰ কলিকতাত ফণী শৰ্মাক লগ পালোঁ। বেণ্টিক ষ্ট্ৰিটত। গপ্‌গপাই খোজ লৈছে। তেতিয়া শৰ্মাই এখন ছবিত কাম কৰি আছে। লগ পাই কথা হ'লোঁ। সুধিলোঁ—

: আপোনাৰ ছবিৰ কাম আৰু কিমান বাকী ?

: প্ৰায় শেষ হৈছে। দুদিনমান বাট চাইছোঁ। দুদাটো আহি পোৱা নাই! তালৈ বাট চাই আছোঁ। নহ'লে অহা সপ্তাহত আৰু বাকীখিনি তুলিম।

: দুদাৰ কিবা ভাও আছে নেকি ?

: দুদাৰ ভাও আৰু কি ? সি ছবিত নাথাকিলে ছবিখন কিবা উকা উকা লাগে। —এই বুলি শৰ্মাই হাঁহি খোজ ল'লে।

এইজন শিল্পীৰ কথা মনত পৰে। তেওঁৰ মনৰ আশা পূৰণ হ'ল নে, নাই নাজানো কিন্তু আমি জনাত তেওঁৰ জীৱনকালৰ প্ৰায় সকলো অসমীয়া ছবিতে ভুমুকি মাৰি নিজৰ আশা বহুদূৰ পূৰণ কৰিছে।

আজি দুদা চাহাব নাই। সেয়ে আজিৰ চাম প্ৰযোজক বা পৰি-চালকে এনে এটি লোকৰ সান্নিধ্যলৈ অহাৰ সুবিধা নাপালে।

৮ ছেপ্তেম্বৰ '৮৪।

এখন ছবিৰ মুহূৰতলৈ গৈছিলোঁ। নায়ক-নায়িকা সকলো প্ৰায় উপস্থিত আছিল। তেওঁলোকক উদ্যোক্তা সকলে পৰিচয় দি থকাৰ সময়ত দুদা চাহাবলৈ মোৰ বৰকৈ মনত পৰিছিল। কিয়নো, শিল্পীৰ মূল ধনেৰে নহয়, মনেৰেহে জুখিব লাগে। ই শাস্ত্ৰৰ বাণী। শিল্পীয়ে

শিল্প সাধনাৰে কিমান ধন ঘটিলে, সেইটো বিবেচ্য নহয়। কিমান লোকৰ মনত আনন্দ দিলে বা কিমানজনৰ মনত আনন্দ বিলালে, সেইটোৱে ঘাই কথা। আজিৰ বেতনভোগী শিল্পীৰ মাজত নিজৰ ধন ভাঙি শিল্প সাধনাত ব্ৰতী হোৱা ছুদা চাহাব এক চাৰিত্ৰিক ব্যতিক্ৰম নহয়নে? ইয়াৰ কাৰণেই ছুদা চাহাব মহৎ বা স্মৰণীয়। □

## হাৰুণ, সবীন, নুৰজাহান আৰু বহুতো

বাইশ ছেপ্তেম্বৰ। ১৯৮৭ চন। মঙ্গলবাৰ। সিদিনা মহালয়া। পুৱাই অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰ কৰা চণ্ডীপাঠ শুনিলো। সপৰিবাৰে। মনটো কিবা ভাল ভাল লাগিল।

দহমান বজাত ওলালো। পাণবজাৰলৈ। সদায় যোৱাৰ অভ্যাস। সিদিনাও সাজু হলো। এনেতে পৰিবাৰে কলে—"আজি মহালয়া। কৰবাত বাটে পথে ভিক্ষাৰী দেখিলে তুই এজনক অলপ মিঠাই কিনি খুৱাব।" কথাষাৰ মনত বাজি থাকিল।

দীঘলী পুখুৰীৰ পাৰে পাৰে গৈ কেকুৰীটো ঘূৰিলো। সন্দিকৈ ছোৱালী কলেজৰ সমুখ পালোগৈ। ছাত্ৰীসকলে বাট-পথ ঘেৰি আছে। কলেজৰ সমুখত ভ্ৰাম্যমান দোকান। হৰেক খোৱাৰ সম্ভাৰ। জুতি লগাই লুটি নিয়া বেপাৰ। বুট ভজা, পকাঁৰ, আলুৰ দম, বাদাম ভজা, চানাচুৰ আদিৰ মেলা। তাত ছোৱালীবোৰ মাখি পৰাদি পৰিছে। বিভিন্ন দোকান—বিভিন্ন ৰুচিৰ গ্ৰাহিকা। কোনোৱে কিনিবলৈ হেঁচা ঠেলা লগাইছে। কোনোৱে কিনি ইজন সিজনৰে কথা পাতি চোবাইছে।

হঠাৎ দেখিলো—এহাল সৰু লৰা-ছোৱালী। সিহঁতে ইগৰাকীৰ পৰা সিগৰাকী ছোৱালীৰ পিছে পিছে হাত পাতি ভাগ একণ বিচাৰিছে। আঠ ন বছৰীয়া; শিশু বা চেমনীয়া বুলিবও নোৱাৰি, পিন্ধনত ককালত মেকৰাই লোৱা সৰু এখন মলিয়ন কাপোৰ। কাপোৰৰ ৰং চকুৰে ঢুকি নোপোৱা। মলি, ধূলি, তেলচিকতিৰ সমাহাৰ। গাৰ ওপৰ ভাগ তেনেই উদং।

এই বাটেদি সদায় প্ৰায় অহা-যোৱা কৰিছো। এইহাল কিন্তু নতুন লৰাছোৱালী দেখিলো। আগতে কেতিয়াও দেখা মনত নপৰে। আজি কিন্তু হুবহু দেখিছো। দুই এগৰাকী ছোৱালীয়ে নিজৰ ভাগৰ

পৰা অলপ কিবা ছুটিয়াই সিহঁতক দিছে। সিহঁতে সেইকণ ততালিকে গিলি আন এটি জুমলৈ লৰি গৈ পুনৰ হাত পাতিছে। দুই এগৰাকীয়ে আকৌ সিহঁতক ওচৰতে দেখি নাকত কমাল দি মুখ কোচাই আঁতৰিছে। থমকি ৰলো। লৰা-ছোৱালী হালক কিবা গোপবালক, গোপবালিকা যেন লাগিল।

পৰিবাৰৰ কথাষাৰলৈ মনত পৰিল – "ভিক্ষাৰী দেখিলে কিবা কিনি খুৱাব।" এৰা কথাষাৰে ঘনে পতি কাণত কোবাবলৈ ধৰিলে। লগে লগেই সষ্টম হলো। পদপথত থিয় হৈ— 'হেই হেই'কৈ চিঞৰিলো। নাই ছাত্ৰীসকলৰ কিৰিলিত সিহঁতে নুশুনে। এবাৰ লৰাজনে মুখ ঘূৰাওঁতেই হাত বাউল দি মাতিলো। সি আহি কাণত থিয় হলহি। মই ছোৱালীজনীকো মাতি আনিবলৈ কলো। দুয়ো আহি মোৰ ওচৰত থিয় হলহি।

সুধিলো—"কিবা খাবি ?" লৰাজনে সম্মতিসূচক মুৰ জোকাৰিলে। কিন্তু ছোৱালীজনীয়ে কিবা ভেবা লাগি মোৰ মুখলৈ চাই থাকিল। একোকে সঁহাৰি নজনালে।

"পুৰী মিঠাই কিবা খাবিনে – চানাচুৰ খাবি ?"

"পুৰী খাম বাবু।"

"আহ তেন্তে। সেই দোকানত পুৰী কিনি দিম।" এই বুলি ভটিয়ালো।

সিহঁতেও পিছ ললে।

সুধিলো - "তোৰ নাম কি অ' লৰা ?

সি টপৰাই উত্তৰ দিলে— "হাৰুণ"।

ছোৱালীজনী সৰু, সাত আঠ বছৰীয়া হব। ক'লা – কিন্তু ধুনীয়া। নাক মুখ বৈ পৰা। চকুযুৰিত তাইৰ কিবা মাদকতা সনা আছে। চালে মনটো পমি যায় – মৰম লাগে। বৈ পৰা চেলাউৰিযোৰেৰে— সঁচাকৈয়ে তাইৰ চাৱনিটো বৰ করুণ।

তাইক সুধিলো – "তোৰ নাম কি ?" তাই নামাতে। লাজ

কৰে। সেই লাজ লগা চাৱনিটো মন কঁপোৱা। সঁচা দেই—লাজ যৌৱনোদ্দীপ্তা যুৱতীৰ বা নাৰীৰেই ভূষণ নহয়-কণমানি ছোৱালীৰো।

আকৌ সুধিলো—"তোৰ নাম নাই নেকি?" লৰাজনে ওপৰতে ধৰিলে—"আছে বাবু। তাইৰ নাম সবীন।

দোকানৰ সমুখ পালোহি। আলধৰা লৰাজনক সুধিলো—"হেৰা পুৰী-তৰকাৰী আছে নে?"

চকীত বহি থকা মহাজনে ঘূৰি চাই মাত লগালে— এ চৌধুৰী দেখোন? কি লাগে? ইহঁতক চাৰিখন চাৰিখন পুৰী আৰু তৰকাৰী দিয়কচোন।

দোকানত নোসোমাই লৰা-ছোৱালীহাল পদপথতে বহিল।

মহাজনে কাগজত পুৰী-তৰকাৰী দিবলৈ আলধৰা লৰাজনক আদেশিলে।

লগে লগেই আদেশ পালন হল। দুয়ো হাত পাতি ললে। মই কাষতে থিয় হৈ আলিবাটৰ মানুহ গণিলো। এবাৰ মুখ ঘূৰাই চাই দেখিলো পুৰী দুখন হাতত লৈ তাইৰ কাগজখন ঠেলি হাৰুণক কিবা কৈছে। দেখিলো সিও দুখন পুৰী তৰকাৰীৰে সেই কাগজখনত আছুতীয়াকৈ ৰাখিছে।

মই সুধিলো—কি হল? ভোক নাই নেকি? ছোৱালীজনীৰ ভয় লগা যেন দেখিলো। কিন্তু লৰাজনে মুখ তুলি কলে—"নহয় বাবু—মাইৰ জন্যে ৰাখিছো।"

"মাৰ আছে নেকি? ক'ত?"

"ৰবা লাইনৰ নজদিখ আছে বাবু। বেমাৰী, লৰিব চৰিব নোৱাৰে। খু-উ-ব বেমাৰ বাবু।"

"ৰবা লাইন? ক'ৰ ৰবা লাইন?"

"ৰেলগাড়ীৰ বাবু। ষ্টেচনৰ কাষে আছে। তাতে আছে।"

"ঘৰ আছে?"

"আছে বাবু-জুপৰা আছে।"

মই সিহঁতৰ মাকৰ কাৰণেও বেলেগে পুৰী তৰকাৰী দিম বুলি সেইকেইখন সিহঁতক খাবলৈ কলো। তদুপৰি কলো—"আৰু লাগিলে লবি। পেট ভৰাই খা।" সিহঁতে সেইখিনি খালে। আৰু নালাগে বুলি পানী বিচাৰিলে। আলধৰা লৰাজনে দুকাপ পানী দিলে। সিহঁতে পানী খাই উঠিল যাবলৈ। মই মহাজনক আৰু চাৰিখন পুৰী আৰু তৰকাৰী বান্ধি দিবলৈ কলো। কিমান পৰিল তাকো সুধিলো। লৰা-ছোৱালী হালে খোৱা পুৰী তৰকাৰীৰ দাম লৈ বান্ধি দিয়াখিনিৰ দাম নললে। মই 'লওক লওক' বুলি উলিযাই দিযা দহটকীয়া নোটখনৰ পৰা কাটি ৰাখিবলৈ কলো। হাজনে কিন্তু নললে; কলে।—"চৌধুৰী আজি মহালযা। আপোনাৰ জহতে মযো অলপ পুণ্য আৰ্জো দিয়ক।"

হঁাহি মাৰি উভতিলো। পুনৰ পাণবজাৰলৈ বুলি। সিহঁতো মোৰ কাষে কাষে আহিল. সুধিলো, "তহঁত এতিয়া কলৈ যাবি?"

"বাসালৈ যাম বাবু। গৰম পুৰী মাই খুব খাব চাই।"

বাপেকৰ কথা সোধো বুলি পোনেই সুধিব নোৱাৰিলো। কিবা বেলেগ উত্তৰ পাওঁ বুলি। তথাপি বেঁকাকৈ সুধিলো—"বাপেৰে কি খাব?"

লৰাজনে টপৰাই কলে—"আমাৰ বাপ নাই বাবু।" আৰু আগ নাবাঢ়ি কথা সিমানতে সামৰিলো। ৰিজাৰ্ভ বেঙ্কৰ সেই গম্বুজ অট্টালিকাৰ কাষেদি আমি তিনিও আগুৱাইছো। ষ্টেচনৰ পাঁচ আলিৰ ওচৰ পালোহি—

সিহঁতে কৃতজ্ঞতা ভৰা চাৱনিৰে মোৰ মুখলৈ চাই কলে—আমি এই হাথে যাও বাবু। আমাৰ বাসা এই দিকে আছে।

সিহঁতক বিদায় দি কলো—মই তহঁতৰ বাসালৈ যাম কিন্তু।

দুয়ো জাপ মাৰি একেলগেই কলে— "যাবি মাজান খুব খুচি হব। যাবি?"

"যাম। দুই এদিনতে যাম যা" -বুলি কৈ পেলাই পাণবজাৰলৈ খোজ ললো।

×

প্ৰায় সদায়েই পান বজাৰলৈ যাওঁ। পুৰা দহমান বজাত। বজাৰৰ দোকান পোহাৰৰ আকৰ্ষণত নহয়। যাওঁ যুগলদাক লগ পাবলৈ। যুগল দাস। নজনা কথাৰ উত্তৰ বিচাৰি যুগলদাৰ ওচৰ চাপো। যুগলদা এই ক্ষেত্ৰত আমাৰ কল্পতৰু।

সন্দিকৈ কলেজৰ সন্মুখ পালেই এতিয়া হাৰুণ-সবীনক বিচাৰো। নাই—নেদেখো। আগতেও নেদেখিছিলো— এতিয়াও নেদেখো। ভ্ৰাম্যমান দোকানবোৰ আছে। গ্ৰাহিকাসকলৰ সমাবেশো আছে। কিন্তু হাৰুণ সবীন নাই। নেদেখো। সিহঁতক নেদেখো। এদিন দুদিন বহুদিন বিচাৰিলো। নাই সিহঁতক নেদেখো। মণিবাবুৰে তাহানিতে কোৱা কথা এষাৰ মনত পৰে। মণিবাবু। পৰম বৈষ্ণৱ ৺মণিভূষণ দত্ত। তেওঁ এবাৰ কৈছিল··

"বুজিছে চৌধুৰী। ভগৱান বৰ দয়ালু। আপুনি অকপটভাবে কিবা এটা বিচাৰিলে তেওঁ আপোনাৰ দুখ মোচন কৰিবলৈ সেইৰূপ লৈ আপোনাৰ আগতে ওলাব।"

সঁচা নেকি? হাৰুণ সবীনো সিদিনা মোৰ আগত তেনেদৰেই ওলাইছিল নেকি? নাই, সেইবোৰ ভাব ক্ষন্তেকতে মৰিমূৰ হল।

দুৰ্গা পূজাৰ বন্ধ হল। লগে লগে কলেজৰ সন্মুখৰ ভ্ৰাম্যমান দোকানবোৰো হৰলুকি হল। ছোৱালীবোৰৰ কিৰিলিও নিজুম পৰিল। সেই বাটেদি গলে আৰু হাৰুণ সবীনক নিবিচৰা হলো।

× ×

সেই বছৰৰে চাৰি অক্টোবৰ তাৰিখ। দেওবাৰ।

বিহাবাৰীলৈ বুলি ওলাইছো। প্ৰমোদ বৰ্মনৰ ঘৰলৈ। আইন কলেজৰ অধ্যক্ষ বৰ্মনৰ কথা কৈছো। বিশেষ একো কাৰণ নাই। কেৱল লগ পাই কথা পতাৰ মানসে। তেতিয়া পুৰা প্ৰায় দহ বাজিবৰ হৈছে। দীঘলী পুখুৰী এৰি আলিৰ দক্ষিণৰ পদপথত উঠি ভটিয়াইছো। বিজাৰ্ভ বেঙ্কৰ কাষেদি। পাচ আলি পোৱাৰ লগে লগে হঠাৎ হাৰুণ

সবীনলৈ মনত পৰিল। এৰা এই বাটেদি আজি কিছুদিনৰ আগতে সিহঁত দুয়োৰে এইখিনিতে এৰা এৰি হৈছিলো। সিহঁতৰ কথা বৰকৈ মনত পৰিল। এৰা সিহঁতক কথাও দিছিলো। সিহঁতৰ ওচৰলৈ যাম বুলি। ক'তা নগলোতো। সিহঁতে বা কি ভাবিছে। নহয় সিহঁতৰ বা ভাবিবৰ শক্তি আছে নে নাই। ৰেল ষ্টেচনৰ ফালে আগবঢ়াৰ লগে লগে সিহঁতক লগ পোৱাৰ ইচ্ছা প্ৰবল হল। দলঙৰ একাষেদি নামি "ৰৰা গাড়ী"ৰ লাইন পাৰ হলো। এৰা একেধাৰে বহুতো জুপুৰী দেখিলো। বেনে চালে এৰেকাৰ। দুৱাৰ খিড়িকি নথকা। ওপৰত থৈলা, খেৰ, মামৰে ধৰা টিনৰ টুকুৰাৰে আবৰা। কিন্তু হাৰুণ সবীন বা কোনটো জুপুৰীত থাকে? কতো মানুহৰ সমাগম নেদেখো দেখোন। কুঁজা হৈ ভূমুকিয়াই চালেও নেদেখি। কতো কাকো নেদেখিলো। আগুৱালো। আঁতৰত দেখিলো এজন মানুহে কিবা খান্দি আছে। এখন বুটি কোদাল লৈ সি কিবা খান্দিছে। এৰা কোদালেৰে মাটি কাটিছে। আমাৰ নগৰ পৰিষ্কাৰ কৰিবলৈ পৌৰ নিগমৰ বনুৱা আছে। কিন্তু এইখন বেলেগ নগৰ। নিগমৰ ভিতৰতে এখন বেলেগ নগৰ। ইয়াত পৌৰ নিগম, পৌৰ সভা বা পঞ্চায়তৰ প্ৰভাব নাই। এই নগৰ সকলোৰে উৰ্দ্ধত। ইয়াত কাৰো প্ৰভুত্ব নাখাটে। ইয়াৰ বাসিন্দা-সকলে পানী, পোহৰ বা বা-বতাহৰ কাৰণে কাৰো ওচৰত ওজৰ-আপত্তি নোতোলে। সেইয়া সৌ মানুহজনে নিজে দম খাই থকা মলিয়ন পানীৰ ডোঙাটো কাটি গেলা পচা বোকা পানীখিনি কাষৰ পিতনিলৈ বোৱাই দিয়াৰ চেষ্টা কৰিছে। সেইফালে আগবাঢ়ি গলো। "হেই হেই" বুলি মাতিলো। কেইবাবাৰো তেনেকৈ চিঞৰি মাতিলো। আমাৰ মাতে তাৰ অন্তৰ নোছোৱে। সেই মাতে কাণ নপৰশে। এইবাৰ হাত তালি বজাই মাতিলো। সি ঘূৰি চালে। ততালিকে তাক হাত বাউল দি মাতিলো। কোদালখন তাতে এৰি সি মোৰ ফালে আগবাঢ়ি আহিল। মোৰ ফালে মুখ দাঙি চালে।

সুধিলো—"হাৰুণ সবীনহঁত ইয়াত থাকে নেকি?" তাৰ মুখত

একো ভাবৰ উমান নাপাওঁ। সি ভালকৈ শুনক বুলিয়েই জোৰকৈ কলো—"হেই হাৰুণ, সবীন কাহা বহতা।" সি মূৰ তুলি ভাবি চোৱাৰ দৰে কৰিলে। সি হাতেৰে মাফ কৰাৰ দৰে—হাৰুণ, সবীনৰ দীৰ্ঘতা দেখুৱাই মূৰ জোকাৰি সুধিলে। মেয়ো মুখৰ কথা এৰি মূৰ ঢুপিয়ালো। সি ধৰিব পাৰিলে। নিজে ঘনাই মূৰ ঢুপিয়াই কলে—"হা ইধাৰ বহতা।"

মই সজ হ'ক বুলি তাৰ নাম কি সুধিলো। কলে—'ভগীয়া'। কিন্তু পিছত জানিলো ভগীয়া ভগীৰথ অপভ্ৰংশহে। এৰা ভগীৰথৰ। ভগীৰথে মৰতলৈ গঙ্গা বোৱাই আনিছিল। ই আজি এই কোদালেৰে গেলা পানী পিতনিলৈ পেলোৱাৰ দিহা কৰিছে। তাক মই হাৰুণ সবীনহঁতৰ জুপুৰীটো দেখুৱাই দিবলৈ কলো। সি তাৰ পৰাই চিঞৰিলে—"এই মুৰজা', মুৰজাবে।" কিন্তু কতো কাৰো সঁহাৰি নেদেখিলো: মই তাক আগুৱাই আহি জুপুৰীটো দেখুৱাই দিবলৈ খাটিলো। উপায় নাপাই যেন সি আগবাঢ়িল। মই তাৰ পিচ ললো। কেইখোজমান অহাৰ পিচত এটা জুপুৰীৰ কাষত সি থিয় হৈ মাতিলে—হেই মুৰজা—

"কুনি হ'—ভগাই নাকি?" বুলি ভিতৰৰ পৰা নাৰীকণ্ঠৰ চিঞৰ শুনিলো।

"হেই বাবুই হাকাই" ভগীয়াই কোৱা শুনিলো। এজনী মাইকী মানুহ চুচৰি চুচৰি ওলাই—জুপুৰীৰ মুখত মুখ উলিয়াই চালে। এজনী আদহীয়া তিৰোতা। গাত ফটা ছিটা এখন মলিয়ন কাপোৰ। ক্ষীণকায়। কিন্তু সেই মলিযন কাপোৰখনে তাইৰ দেহটো সম্পূৰ্ণ আগুৰিব পৰা নাই। তাই বহাৰ পৰাই মোৰ ফালে মুখ তুলি চালে। মুখখন শেঁতা পৰা। কিন্তু চকুহালত কিবা মাদকতা সনা; ঠিক সবীনৰ দৰেই চকুৰ চেলাউৰি। বৈ পৰা। চুলি কুটুলা কুটুলি। প্ৰসাধনৰ অভাৱত জোট বন্ধা দি বান্ধিছে। মোক দেখি ভয়তে উচপ খাই উঠিল। গাটো ঢকাৰ মানসে মলিয়ন ফটা কাপোৰখন ইফালে

সিফালে আজুৰিছে। দেহাটো ঢাকিবলৈ। হয়তো লজ্জা নিবাৰণৰ কাৰণেও।

মই সুধিলো—"হাৰুণ সবীন ক'ত ?" মোৰ প্ৰশ্ন শুনি তাই ভেউ ভেউকৈ কান্দিব ধৰিলে। মই থতমত খালো। ভগীয়া—এবা ভগীৰথে গুজৰি উঠিল "এই বাবুৰ বাত শুন। বোনেছে ক্যা হোগা ?" তাই আৰু বাউচি ধৰিলে—

"বাবু। চোট লেৰকা-লেৰকী। কই কছুৰ হনেছে মাফ কৰ বাবু।"

মই স্থিৰ হৈ কলো—সিহঁতে একো কছুৰ কৰা নাই। মই সিহঁতক ভাল পাওঁ। খবৰ লবলৈ আহিছো।

ভগীয়াই আকৌ এবাৰ গুজৰিলে - বোনেছে ক্যা হগা ? ভগবান তোৰ বোনা শুনবে ?"

তায়ো গুজৰি উঠিল—যা যা বিহাৰী। তোৰ আপ্না কাম দেখ।"

ভগীয়াই গোঁ-গোঁৱাই খঙেৰে আঁতৰি গল।

তিৰোতা গৰাকীয়ে তাক তাচ্ছিল্যৰ সুৰত বিহাৰী বুলি কোৱা কথাটোত মই আচৰিত হলো। সুধিলো—"সি বিহাৰী নেকি ?"

"হা বাবু। বিহাৰী—হেন্দু আছে।"

"তব কি ?"

"মই অছমীয়া আছো বাবু"।

"অসমীয়া তোৰ নাম কি ?

"নুৰজাহান।"

নুৰজাহান। মোৰ মন উৰা মাৰিলে। ভটিয়াই—বহুত ভটিয়াই। সেই স্কুলীয়া দিনলৈ। এবা তেতিয়া বুৰঞ্জীৰ পাঠত থকা নুৰজাহানৰ ছবি খন মোৰ মনত ভাহি উঠিল। এবা সেই নুৰজাহান আৰু মোৰ সমুখত বেঁকা হৈ বহি থকা নুৰজাহান।

সুধিলো—তোৰ আচল ঘৰ ক'ত আছিল ? তাই যেন পুৰণি কথা মনত পৰি একেবাৰে মৰহি গল। তাই একো কব নোৱাৰিলে। দেখিলো তাইৰ শেঁতা পৰা চকুযুৰিৰে দুধাৰি চকুলো নিগৰিছে।

ইমান দুখ—ইমান হীন ব্যৱস্থায়ো তাইৰ চকু পানী নিশেষ কৰিব পৰা নাই। আচৰিত।

মোৰ কৌতূহল বাঢ়িল। তাইৰ অতীত কাহিনী জানিবলৈ মনে মোৰ উচ্‌ পিচাবলৈ ধৰিলো। সুধিলে। কিন্তু হতাশ হলো। তাই নকয়। একোকে কব নোখোজে। মই আৰু বেছি আমনি কৰিব নিবিচাৰিলো। দুটকীয়া নোট এখন আগবঢ়াই কলো, "ল—হাৰুণ সবীনক আহিলে কিবা কিনি খাব দিবি।" তাইৰ হাতত টকা দুটা দি মই উভতিলো।

× × ×

নুৰৰ চোতাল আমাৰ সন্ধিয়াৰ বৈঠকখানা। তাতো হাৰুণ, সবীণ, নুৰজাহানৰ কথা ওলাল। সৰসী দাস। তেওঁক আমি "মেন মাদাৰ টেৰেছা" বুলি কওঁ। কোৱাৰ কাৰণো আছে। তেওঁ ঘনে-ঘনে হস্পিতাললৈ যায়। দুখীয়া বেমাৰীবোৰৰ খবৰ লবলৈ। ইটো সিটো বস্তু কিনিও দিয়ে। ৰাতি কেতিয়াবা বিজুলী সৰবৰাহ বন্ধ হয়। তাকে দেখি সৰসী দাসে মম দিয়াচলাই বিলায় বেমাৰীসকলৰ মাজত। কমলা আপেল আদিও সাধ্যানুসাৰে মাজে মাজে বিলায়। তেওঁ কলে "এই হাৰুণ সবীনহঁতৰ প্ৰতিভা নাই বুলি নাভাবিব। সিহঁতক ভালকৈ তুলি তালি ললে ভাল নাগৰিক হব।" ওচৰতে থকা বৰ হোটেললৈ আঙুলিয়াই কয়—"এই হোটেলটো বান্ধোতে কত টকা খৰচ হল—কিন্তু তাত কোন থাকিব? ধনী মানুহবোৰহে হল ? দুখীয়াৰ ক'ত কি হ'ল ? এই ধনেৰে বহুতো ঘৰ বান্ধি দেশত ঘৰ নোহোৱা লোকক থকাৰ ব্যৱস্থা কৰি দিব পাৰিলেহেঁতেন। সেইবোৰ কৰিব লাগে।

দুৰ্গা চৌধুৰীৰ কথা সুকীয়া। তেওঁ কিয় সমাজ ব্যৱস্থা সম্পূৰ্ণ সলনি নহলে—এনেদৰে চলিবই। শশী গোস্বামীয়ে এইবোৰৰ সমাধানৰ কাৰণে সমাজ সচেতন লোকৰে এখন চৰকাৰ বিচাৰে। জীৱেশ্বৰ চক্ৰবৰ্তীৰ কথা আকৌ সুকীয়া। এনেবোৰ লোকক বেয়া কৰিলে—

নিজৰ অন্তৰ পবিত্ৰ হয়। নৰেণ ফুকনেও তাতেই হয়ভৰ দিয়ে।

এনেদৰে বিভিন্নজনে বিভিন্ন মত প্ৰকাশ কৰে। এদিন সৰসী দাস আহি এটা টোপোলা দি কলে "দাদা এই কাপোৰখন আপোনাৰ নুৰজাহানক কালীপূজাৰ উপহাৰ দিব।"

পিচদিনাই ওলালো। সেই টোপোলাটো লৈ। পোনে পোনেই নুৰজাহানৰ জুপুৰীৰ সমুখত গৈ হাজিৰ হলো। "হাৰুণ" "হাৰুণ" বুলি মাতিলো। দেখিলো জুপুৰীৰ পিচফালৰ পৰা চুচৰি চুচৰি নুৰজাহান আহিছে। তাই আহি জুপুৰীটোৰ সমুখতে ৰলহি। মই হাৰুণ সবীনৰ খবৰ ললো। সিহঁত নাই। নুৰজাহানে কলে— সিহঁত কুটি বিচাৰি গৈছে। মই কাপোৰৰ টোপোলাটো আগবঢ়াই দি কলো। ল এইয়া এক বাবুয়ে কাপোৰ দিছে। বাবুৰ কাৰণে আল্লাৰ দোৱা বিচাৰিবি।"

তাই এনে দয়াৰ কাৰণে আচৰিত হল। কৃতজ্ঞতা ভৰা চাৱনিৰে তাই টোপোলাটো ললে।

ৰৰমৰে দেখিছো সকলো সিজে। তায়ো মোৰ ওচৰত সজ হোৱাৰ উমান পালো।

সেই সুযোগতে সুধিলো "হেই তোৰ ঘৰ কত আছিল অ ?"

তাই কলে—"ঠিক মনে নাই। আমাৰ বাৰীৰ ধাৰে এক ৰৰা ইচটিচন আছিল বাবু। শিমলাবাৰী।" শিমলাবাৰী। ময়ো ঠিক ধৰিব নোৱাৰিলো। শিমলাবাৰী। শিমলুগুৰি নহয়নো ? কিজানি শিমলুগুৰিয়েই হয়। বিশেষ নাভাবি সুধিলো—

"তই এইখিনি পালিহি কেনেকৈ ?"

"বাবু।" বুলি তাই থৰ হল। কিবা ভয়তে থৰ হোৱা যেন লাগিল। মই আকৌ সেই একে প্ৰশ্নকে কৰিলো। তাই কলে— "ভুলি গৈছো বাবু। ধাৱা। বৰ ধাৱা হৈছিল বাবু। বাবু মই এতনা ম্যাৰিক ?" এই বুলি তাই হাতেৰে মাৰ এটি দেখুৱালে।

ওখৰ মাফ। হয়তো তাই তেতিয়া সাত আঠ বছৰীয়া হব। "একদিন বাবু মামাজানৰ সাথ গৈছি—চাচীৰ বাৰীত। বাটে চিপাহীৰ গাড়ী। মাইক টানি গাড়ী লইল বাবু। হামাকো। মাই খুব চিল্লালে। নাই বাবু, কোনো ফইদা নাই। গাড়ী ছাৰি দিলে। মাই চিল্লাই চিল্লাই কান্দলু বাবু। আমাক বাটে চাৰি মাইক গাড়ী চলাই লৈয়া গেল বাবু। মাইক ফেন আৰ না দেখিলো বাবু। তাৰ পৰ আৰ মনে নাই বাবু।"

মনলৈ আহিল শঙ্কৰ বৰুৱাৰ কথা। বিপ্লবী বীৰ শঙ্কৰ বৰুৱা। দ্বিতীয় মহাযুদ্ধৰ সময়ত এনে বহুত ঘটনাই ঘটিছিল। নাৰী ধৰ্ষণ - নাৰী হৰণ। কলা বগা চিপাহীসকলৰ দ্বাৰা। সেয়ে বৰুৱাদেৱে আমাৰ নাৰী বাহিনীক একোখন চোকা ছুৰী ৰখাৰ পৰামৰ্শ দিছিল। সেই বিয়াল্লিশৰ বিপ্লবৰ সময়ত। ফুল্লৰা, সুবৰ্ণ আদি গাভৰু অপহৰণৰ করুণ কাহিনীও তেওঁৰ মুখতেই শুনিছিলো।

আজি সেই অত্যাচাৰেৰে বলি নুৰজাহান। নুৰজাহানৰ মাকৰ কি বিলাই হল কোনে জানে। স্থিৰ হৈ আকৌ সুধিলো—

"হাৰুণ. সবীনৰ বাবা কত ?"

"নাই বাবু।"

তাই আৰু একো নকৈ তলমূৰ কৰি ৰল।

"কি হল মৰিল নেকি ?"

"নাই বাবু পালাইছে। মালুম নাই কত পালাইছে। হাৰুণৰ বাপ পালাইছে—সবীনৰ বাপভি পলাইছে।" দুটা লৰা ছোৱালী। দুয়োৰে দুই বাপ। কিবা কিবি লাগিল। প্ৰশ্নৰ অঁাত হেৰাই গ'ল।

তাই নিজেই ৰব ধৰিলে—"এই মৰদবোৰ বৰ হাৰামজাদা— নিমখ হাৰাম আছে। ৰূপ যৌৱন থাকৰতো ভোগৰ লালসা। লালসা মিটল চম্পট। থুই থুই। ঘৃণাত তাইৰ মুখ ইকিছি বিকিছি কৰিব ধৰিলে। এই ঘৃণাৰ পাত্ৰ মৰদস্বৰূপে ময়ো হলো। তাইৰ

এই ঘৃণা যেন সকলো পুৰুষৰে প্ৰতি। তথাপি স্থিৰ হৈ সুধিলো—তই হাৰুণ আৰু সবীনৰ বাবাক কত লগ পাইছিলি ?

"বাব সব কিছু মনে নাই। মই বাবু এক বাঙ্গালী বাবুৰ সঙ্গে ছিলাম। বৰ ভাল বাবু। বাবুনী আৰ ভাল। কিন্তু আমাৰ নচিব খাৰাপ। ৰেল কোম্পানীৰ চাকৰি কৰে বাবুই। কোম্পানীৰ কামে অইন জায়া-গাই যেতে হলো। আমাক নিতে চাইছিল। গেলাম না। ঘৰবাৰীৰ যি হইল হইল। আৰ দেশ চাৰি যাইমু কেন ? নাগলো। কাষে এক বুঢ়ী ছিল না। বুঢ়ীৰ বাৰীতে উঠলাম। বুঢ়ী ৰোগা। তাই দুই বাবুৰ বাৰীতে বাচান কাছাৰ কাম লইলু। ত্ৰিশ টকা মাইনা হয়। বুঢ়ী আৰু আমাৰ চলি যেত বাবু। বেছ চিলাম বাবু।

পৰে বুঢ়ী মাৰা গেল। আমাৰ মা মৰাৰ মাফিক হল। বৰ মুস্কিল হলো। কোথাই থাকি। এক বাবু জুট্‌ল। মহৰী কাজ কৰে। ঠিকাদাৰেৰে। জিজ্ঞাস কৰল—ঐ কাম কৰবি। দিনে দহ টকা হাজিৰা পাবি। কাজে গেলাম। যৌৱন ছিল বাবু। মহৰী জোৱান। ভাল মাইনা পায়। চাইকেল চৰে। খুব মায়া মৰম কৰা বাবু। বলল আমাৰ ভাত পকাইয়া দিবি। আমাৰ ভাড়া ঘৰ আছে। তাতে থাকিবি। মহৰী বাবুৰ কই নাই। আকলা থাকে। ভাত চাহ বনায়ে দি। অ খাই—মই খায়। চৰমৰ ৰাত বাবু। অ বেটা ৰাত উম চাই। বুকেৰ উম। মাইকী মানুষেৰ বুকেৰ উম। দিলাম। বুকেৰ উম দিলাম। তাৰ পৰ হাৰুণ আইল। অ ভাগিল। আৰ দেখা নাই। ভুক পালাল তু—আৰু খেতে ইচ্ছা কৈ ?"

"তাঁৰ পিচত ? তই ক'ত কেনেকৈ কটালি।" "ঐ ৰবা গাড়ীৰ লাইনে কাম হল। মাটিৰ কাম। ঠিকাদাৰেৰ তলে কাম নিলাম। দহ টকা হাজিৰা মিলল। তখন যৌবন ছিল। আৰ এক মৰদ মিলল। বিহাৰী। চালা নিমখ হাৰাম—হাৰামজাদা। দিন ৰাত নাই। সমান

ভুক। বাপ বাঘে ধৰাৰ মতন ধৰে। মানুষ নাই। চালা পশুৰ মতন। ঐ চালা সবীনৰ বাপ। সবীন পেটে জমা হ'ল। চালা ভাগল। মালুম নাই। কোথাই গেল। মৰুক— চালা মৰুক।

"সবীন পয়দা হল। আমাৰ পেট্টৰ দৰদ ঘূছিল না বাবু। বেমাৰ বৈয়া দিন গেল। তাৰ পৰ ভিক্ষা মাগলু বাবু।

ঐ মাথে বৰ মেলা বহিছিল যে বাবু। হাৰুণ সবীন যেতে চাই। গেলাম। সবীন ৰাস্তাই দৌৰ দিলে। গাড়ী। তাকে চামলাইতে গেলাম। গাড়ী ধাক্‌কা দিল। ৰাস্তাই পৰে গেলাম। মৰলাম না বাবু। কিন্তু ঐ হল।" বুলি তাইৰ বাহুত ওলমি থকা হাত দুখন আৰু ককালটো ঘূৰাই দেখুৱালে। তাইৰ মুখতে শুনিলো— তাই কাহিলে মুখেৰে তেজ পৰে। চুচৰি বাট বুলিলে মূৰ ঘূৰায়। ধোঁৱাকোঁৱা দেখে। কিন্তু তাই মৰিব নোখোজে। তাই হাৰুণ সবীনক আলাই আথানি কৰি মৰিব নোখোজে। তাই জীয়াই থাকিবলৈ সংগ্ৰাম কৰে। হাৰুণ সবীনে দিনটো ঘূৰি ৰুটি গোটায়। তিনিও তাকে খাই জীয়াই থাকে। জীৱনৰ কাৰণে মৰণৰ লগত ৰণ কৰে।

নুৰজাহানৰ জীৱন বুৰঞ্জী শুনি বিভোল হলো। তাইক সিমানতে এৰি উভতিলো।

× ×

এদিন পুৱা ন বাজি গৈছে। জীৱেশ্বৰ চক্ৰবৰ্তী আহি ওলাল। কলে—"দাদা নুৰজাহানক চাবলৈ যাওঁ বলক। বহুত দিন সেইফালে যোৱা নাই। নুৰজাহানৰ বুৰঞ্জীৰ পাত উদ্ধাৰ হোৱাৰ পিচত মোৰ সেইফালে যোৱাৰ হেপাহ কমিল। কাৰণ নুৰজাহানৰ বাবে কিবা কৰিব পৰা শক্তি বা ক্ষমতা মোৰ নাই। সেয়ে সেইফালে যোৱাটো পাতলিছিল। জীৱেশ্বৰে আহি লগ ধৰাত ওলালো।

"অভ্যাসৰ নৰ কৰ্ণপথে কৰে শৰ।" দুয়ো গৈ সেই ঠাই ওলালোগৈ। কিন্তু আচৰিত। সেই ঘৰবোৰ নাই। পুৰি ছাই হৈ গৈছে। নাই, তাত কোনো নাই—ভগীয়া, বুদ্ধু, হাৰুণ, নুৰজাহান— কোনো নাই। সিহঁতৰ পজাৰ ছাইবোৰ ধূলিত মিহলি হৈ আছে।

ৰেল গাড়ীৰ ছান্টিং চলিছে। এজন লোকে নীলা বঙা নিচান লৈ ৰেলগাড়ীক পথৰ সন্ধান দিছে। জীৱেশ্বৰে তেওঁক সুধিলে—

"এই ঠাইত থকা মানুহবোৰ কলৈ গল? সিহঁতৰ ঘৰবোৰৰ কি হল?

সি থোৰতে উত্তৰ দিলে—'ৰেল কর্তৃপক্ষই সেইবোৰ পুলিচ আনি ভাঙি পুৰি দিলে। বদমাচৰ দল। চোৰ ডকাইতৰ আড্ডা। ভাল হল। সেইবোৰক উঠাই দি ভাল কৰিলে। মই সুধিলো "সিহঁত কলৈ গ'ল?"

"কোনে জানে বাবু। গল আকৌ কৰবাত এনেদৰে জুপুৰী বান্ধি থাকিব। ইহঁত এনেকুৱাই—লাজ চৰম নাই। লাঠি গোৰ খাই ভাল পোৱা মানুহ। গল কৰবাত লাঠি চৰ খাই আছেগৈ।" জীৱেশ্বৰে মানুহজনৰ কথাত প্রতিবাদ কৰিলে—মই বাধা দিলো কলো—"কাৰ নিমিত্তে কাৰ লগত কাজিয়া কৰাহে?"

"নহয় দাদা। মানুহ হৈ মানুহৰ বিপক্ষে কেনেদৰে কৈছে চাওঁকচোন।"

"কব দিয়া।" বুলি কৈ দুয়ো উভতিলো। জীৱেশ্বৰে নুৰজাহান, হাৰুণ, সবীনহঁতক দিবলৈ দুপেকেট বিস্কুট আনিছিল। সেইখিনি ওভতাই নিব নিবিচাৰে। সেয়ে সিফালেদি ঘুৰি আহিলো। বাটত দুজন বুঢ়া ভিক্ষাৰীক বিস্কুটৰ পেকেট দুটা বিলাই দিলে।

আমি ৰিজার্ভ বেঙ্কৰ কাষেদি উভতিছো। তেতিয়া পুৱা দহ বাজি গৈছে। এটা শোভাযাত্রা অহা দেখিলো। কণ কণ সু-সজ্জিত লৰা-ছোৱালীৰ। লগত কেইগৰাকীমান গাভৰু শিক্ষয়িত্রী। দীঘলী পুখুৰীৰ ফালে আগবাঢ়িছে। শোভাযাত্রাৰ পিচে পিচেই আমি আহি আছো। শোভাযাত্রাই সীমা পালে—ৰবীন্দ্র ভৱনত সোমাল। আমি আগুৱালো—কিন্তু মনৰ দাপোণত আন এটি শোভাযাত্রা ভাহি উঠিল। ভগীয়া, বুঢ়ু, হাৰুণ, সবীন, নুৰজাহানহঁতৰ শোভাযাত্রা। মূৰ গুজিবলৈ এই বিশাল ব্রহ্মাণ্ডত এখানমানি ঠাই বিচাৰি সিহঁত যেন গৈ আছে। এয়াতো শোভাযাত্রা নহয়—ই জীৱন যাত্রা। কণ কণ লৰা-ছোৱালীবোৰে শোভাযাত্রা কৰিছিল সীমা বান্ধি। কিন্তু নুৰজাহানহঁতৰ এই জীৱন যাত্রা সীমাহীন। অনন্ত।

সিহঁত যেন আজিও গৈ আছে। □

## আইত্তাৰ শাও

তেইশ ছেপ্তেম্বৰ। ১৯৮০ চন। শুক্ৰবাৰ। এখন বিয়ালৈ গৈছিলো। অকলে নহয় সবান্ধৱে। বিয়াঘৰ চেনীকুঠিত। সময় তেতিয়া গধূলি। নগৰৰ ৰাজআলিত বিজুলী বাতি জ্বলিছে। আকাশত জোন ওলাইছে। ঘাই আলি এৰি উপপথেদি খোজ লৈছো। এনেতে বিজুলী সৰবৰাহ বন্ধ হ'ল। থমকি বৈ আগবাঢ়িলো। বিয়াঘৰ পালোগৈ। ৰভাৰ তলিত এন্ধাৰ। দুই এডাল মমবাতি জ্বলাই প্ৰকাণ্ড ৰভাখন পোহৰাবৰ ব্যৰ্থ চেষ্টা কৰিছে। ৰভাৰ তলিত মানুহৰ ভিৰ। কাৰো মুখ ভালকৈ নিচিনি। মাজে মাজে দুই এখন চকী খালী হৈ থকাৰ উমান পোৱা যায়। আমি মখাই ভাগে ভাগে ঠাই বিচাৰি বহিলো। লগে ভাগে গৈছিলো যদিও বহাত লগ ভঙা গ'ল। এনেদৰে প্ৰায় দহ পোন্ধৰ মিনিট বহিছো। ৰভা তলি নিস্তব্ধ প্ৰায়। পুৰণি আলহী দুই এজনে কথা পাতিলেও বাকী নতুন আলহীবোৰ বিপাণ্ডত পৰিছে কাৰ কাষত আহি বহিছে নিজেই নাজানে। মোৰো তেনে হ'ল। মই তোৰণ এৰিয়েই এন্ধাৰৰ চকী এখনত বহিছিলো। কাষত কোন আছে ধৰিব পৰা নাই। এই অৱস্থা অসহনীয়। এন্ধাৰতে এজনে কোৱা শুনিলো— 'বুজিছে আগতে ভাল আছিল। এইবোৰ নাছিল। পেট্ৰলপাম্প বা কেৰাচিনৰ তেলৰ লেম্পতেই হৈ গৈছিল।' আন এজনে খিতাতে কোৱা শুনিলো— 'নহয় বুজিছে, এনে উৎসৱ পাৰ্বণত সদায় এটা হাণ্ডা' ৰাখিব লাগে।' এনে ধৰণৰ দুই-এটি আলোচনা কাণত পৰিল।

এনেতে পুনৰ বিজুলী সৰবৰাহ হ'ল। বিজুলী বাতিবোৰ জ্বলি উঠিল। ৰভাতলিত দিন যেন পোহৰ হ'ল।

দেখিলো একেলগে অহা সহযাত্ৰী দাস, নৰেণ ফুকন আৰু মুৰ

অলপ আতৰতে বহিছে। কাষত তুই এখন চকী খালী পৰিও আছে। ফুকনে চিঞৰি মাতিলে 'দাদা আহক ইয়ালৈকে আহক। ঠাই আছে।' মই দেখিছো সঁচাকৈয়ে অকলশৰীয়া হৈ বহিছো। কাষৰ এজনকো সঠিক ধৰিব নোৱাৰিলো। মুখ চিনাকি কিন্তু নামে ধামে অচিন। উঠো বুলি গা একৰাইছো, এনেতে কাষৰে এজনে গহীনাই কোৱা শুনিলো — দাদা আমাক এলাগী কৰি কলৈ যায়, সৎসঙ্গৰ সোৱাদ লবলৈ যায় নেকি?' থমকি ঘূৰি চালো। ঠিক কিন্তু ধৰিব নোৱাৰো। মাতটো বৰ চিনাকি চিনাকি লাগিল। থৰ হৈ মানুহ জনৰ ফালে ঘূৰি চালো। —তেওঁ পুনৰ ক'লে—'পাহৰিলে নহয়? এৰা চকুৰ আঁতৰ হ'লে মনৰ আঁতৰ হবলৈ কিনান পৰ। মই তৰণী। তৰণী দাস।' বুলি—হেঃ হেঃ কৈ হাঁহিব ধৰিলে।

তৰণী। গায়ক, খেলুৱৈ, অভিনেতা তৰণী। যাৰ ৰসিকতাত তাহানি বছৰ জুৰি হাহিৰ খলকনি উঠিছিল। সুধিলো—'হেৰা তুমি ক'ত নোহোৱা হ'লাহে। আজি এযুগে তোমাক লগ পোৱা নাই; ক'ত আছা?'

'এৰা আজি দহ বছৰ এইফালে অহাই নাই। অজ্ঞাতবাস খাটিছো। বনবাসো বুলিব পাৰে। ৰেলৰ চাকৰি কৰি ৰেলৰ কোৱাৰ্টাৰতে জীৱনটো গ'ল। কিন্তু অৱসৰ লোৱাৰ পিছৰ পৰাই অথৰী হলো। পিতৃ ভিঠাও সেই তাহানিয়েই এৰিলো। ভাবিছিলো— ৰেলৱে বিভাগ যিদৰে সম্প্ৰসাৰিত হৈছে আমাৰ জীৱন ৰেল কোৱাৰ্টাৰতে কাটি যাব। কিন্তু ৰেল চলি আছে। আমিহে অচল হলো।'

'তথাপি তুমি এতিয়া আছা ক'ত? তোমাৰ লৰা-ছোৱালী?'

'এৰা সেইবোৰ দিহিঙে দিপাঙে আছে। মই আৰু পৰিবাৰ নগৰৰ একুকত সেই খানাপাবাৰ ফালে পাহাৰৰ ঘূলি এটাত এটি সৰু ঘৰ সাজি আছো।'

'তাত মাটি ললা?'

'নাই কিনি লোৱা নাই। পতিত মাটি তাৰে অলপ চিকুণাই

পজা এটি সাজি থাকো। ঘৰবে এটা কোঠাত এখন দোকানো দিছো।'

'কিহৰ দোকান ?'

'নাই সম্ভাৰৰ দোকান।'

'কি নাই সম্ভাৰৰ দোকান হে ?'

'হেঃ হেঃ—একো বস্তু নাই। তথাপি দোকান। কিন্তু বৰ চলে। এই দোকানত গ্ৰাহক দোকানী দুয়োপক্ষৰে লাভ আৰু আমাৰ সেই চুবুৰীৰ কাৰণে মোৰখন উত্তম দোকান। সেয়ে নকৈছো যৰ চলে।'

তৰণীৰ কথা শুনি মই অবাক হলো। তেওঁৰ ফালে চাই ৰলো। তেওঁ কৈ গ'ল।

'দোকানত লাগতিয়াল একো বস্তু নাই। কেইমুঠিমান বিড়ি, দিয়াচলাই। পোনতে দালি, চাউল ৰাখিছিলো। কিন্তু লাভ নাই। সকলো বাকী খোৱা গ্ৰাহক। একো আৰ্জন নাই। ক'ৰ পৰা নগদ দি কিনি খাব ? সেয়ে বাকীৰ বাণিজ্য। ঘৰত ঘৈণীয়েকইঁতে বস্তু বিচাৰে। গিৰিইঁত ওলাই আহে—মোৰ দোকানলৈ। উভতি গৈ সিইঁতে কয়— দোকানত এই বস্তু নাই। কৰ পৰা আনিম। থাকিলেও ধন দি নিব নোৱাৰে। সেয়ে মযো সেইবোৰ নৰখা হলো। বাকীত বস্তু বেচিবলৈ দগা পাল্লা ধৰি মৰো কিয় ? গ্ৰাহকক দুই এটা বিড়ি এনেয়ে হুপিবলৈ দি সিইঁতৰ লগত কথা পাতি সময় কটাওঁ। একোজনৰ কথা শুনিলে - আপুনি হাঁহি বাগৰি পৰিব। বৰ সৰল মানুহ। কামত কিন্তু এলেহুৱা। বেছি ভাগ লঘোণেই কটায়।'

'এতিয়া আকৌ ভালৈ যাবা নেকি ? নাই আজি ভাইটোৰ তাতে থাকিম। কালিলৈ পুৱাই যামগৈ।'

'মোক তোমাক লাগেহে—বৰ দৰকাৰ আছিল।'

'কিয়—মুৰৰ দলিল লেখিলে—এইবাৰ মোৰ দলিল লেখিব নেকি ?'

'নহয় তোমাৰ সেই আইতাৰৰ কথাখিনি কাহানিতে শুনি টুকি

ৰাখিছিলো। কিন্তু অৱস্তনত সেইখিনি ক'বনাত হেৰাল। তুমি যদি কালিলৈ পুৱা মোৰ তাত সোমাই যোৱা—বৰ ভাল পাম। আহিবা নে?'

'আহিম দাদা।' এনেতে জলপান খাবলৈ মাতিব আহিল। কইনাৰ দেউতাক নিজে। শশী গোস্বামীয়ে।

মই তৰণীকো টানিলো। তেওঁ কলে মই আগতেই ধৰিলো। শশীয়েও কলে 'এওঁ দৰা অহালৈকে থাকিব। দৰা অহা চাইহে যাব। জলপান খাবলৈ বুলি ৰভা তলি এৰি ভোজন শালাত সোমালো। জা-জলপান খাই পুনৰ তৰণীৰ ওচৰতে ৰহিলোহি। কিন্তু লগৰবোৰে খৰধৰ লগালে। সেয়ে তৰণীক কালিলৈ পুৱা যেনেতেনে মোৰ ঘৰলৈ আহিবৰ বাবে অনুৰোধ কৰি সবান্ধৱে উভতিলো।

পিছদিনা পুৱাই তৰণী ওলালহি। ময়ো সময় খৰছ নকৰি পোনেই সুধিলো—'তৰণী, তোমাৰ আইতাৰৰ কাহিণীটো তোমাৰ মুখতে শুনিছিলো। কিন্তু এতিয়া তাৰ আঁত হেৰাই গৈছে। তোমাৰ কথাবোৰ ভালদৰে মনত থাকেনে?'

'কি কৈছে দাদা। প্ৰতি মুহূৰ্ত্তেই সেই কাহিনী মোৰ মনত পৰে। এনে এটি ঘটনা কাৰোবাৰ জীৱনত ঘটিছে নে নাই নাজানো। অৱশ্যে তাহানি স্কুলত পঢোতে এনে এটি ঘটনাৰ কথা পঢ়া মোৰ মনত পৰে। হুমায়ুনে পুত্ৰ আকবৰৰ অসুস্থতাত আল্লাৰ ওচৰত দোৱা বিচাৰিছিল। আকবৰৰ জীৱনৰ পৰিবৰ্তে তেওঁৰ জীৱন লবলৈ। তাৰ বাহিৰে আৰু ক'তো এনে ঘটনা ঘটা বুলি মোৰ জ্ঞান নাই।'

'ঘটনাটো মোৰো বৰ আচৰিত আচৰিত লাগে। কিবা অলৌকিক ঘটনা। যি মনত আছে কলে মই তাক লিপিবদ্ধ কৰিব খোজো।'

'সকলো মনত আছে। কওঁ শুনক। এতিয়া মোৰ ভব ভেকা হ্লাল। শিক্ষা লাং কৰি ঘৰতে নিবনুৱা হৈ আছো। আমাৰ দেশত লগ ৱা-বনুৱাৰ সংখ্যা কম—কিন্তু নিবনুৱাৰ সংখ্যা লেখিব নোৱাৰি।

চুবুৰীৰ কেইবাজনো নিবনুৱা আমি পুৰা গধূলি লগ হওঁ। হেমন্তৰ চাহৰ দোকানত বহি আড্ডা মাৰো। তাৰ ভিতৰত মহদা, যোগেন, জীবন, আদি। এদিন আমি পাঁচজন মানে এনেদৰে ইটো সিটো কথা পাতি আছো। যোগেনে এটা কথা উলিয়ালে। এটা খানা খাওঁ। আমিও হয়ভৰ দিলো। পিছে খানা এটি খাবলৈ হলে ধন লাগে। আমাৰ হাতততো পা-পইছা নাই। মহদাই কলে—'তাত যিমান মাছ লাগে মই দিম।' মহদাৰ কথা শুনি ময়ো দাং খাই উঠি কলো— 'যিমান মাংস লাগে মই দিম। যা খানা বা ভোজৰ দিহা কৰ।' সিমানতে কথাটো সিদিনালৈ তল পৰিল। কিন্তু যোগেন বৰ উৎসাহী। সি তলে তলে অগপ চান্দা তুলি দহ দিনমানৰ মূৰত আমাৰ ওচৰ চাপিল। কলে—চাউল, দালি, তেল, মছলা আৰু পাচলিৰ যোগাৰ হ'ল। এতিয়া মাছ-মাংসৰ ভাৰ। বৰ বিপদত পৰিলো। সিহঁতে প্ৰায় এশজনৰ কাৰণে ভোজ ভাতৰ দিহা কৰিছে। মহদাৰ ভাগত মাছ আৰু মোৰ ভাগত মাংসৰ ভাৰ পৰিল। মোৰ মূৰ আচম্ৰাই কৰিলে—ভাবিছিলো প'াচ ছয়জন লোকৰ ভোজ— কিবা এটা কৰিম। কিন্তু এশখন মুখৰ জোখাৰে মাংস দিবলৈ মোৰ ক্ষমতা ক'ত? মনতে গুমৰি থাকো কিন্তু নিদিওঁ বা দিব নোৱাৰো বুলি কবলৈ মন কোঁচ খায়।

'ভোজৰ দিন পৰিল। ৰাতিলৈ ভোজ। পুৱা যোগেন আহি ওলাল। মাংসৰ তাগিদা দিলে। মই মোৰ অৱস্থাৰ কথা কলো। সি কলে—এতিয়া আৰু পিছুৱাব নোৱাৰে। কিবা এটা কৰিবই লাগিব। তদুপৰি সি মোক অভয় দি কলে 'তই চিন্তা নকৰিবি, কিবা এটা কৰিম।'

'মোৰ কিন্তু ভোজৰ কথা ভাবি খোজ নচলাত পৰিল। শান্তিত পৰি মাংসৰ কথাই ভাবি আছো। কি কুক্ষণত তেনেদৰে অকাইদাং মাৰি কথা কৈছিলো তাকে ভাবি নিজকেই ধিক্কাৰ দিলো। চুপৰীয়া সি আকৌ আহিল। অভয় দি কলে 'তই ঠিক থাকিবি, হৈ যাব।

ইজ্জৎ বচাবই লাগিব।' সকলো এৰি মই যোগেনৰ কথাতেই ভৰসা কৰিলো। মোৰ মনে একো ঢুকি নোপোৱা হ'ল। তেতিয়া আবৰ দিন। সোনকালে বেলি ডুবে। পাঁচ মান বজাত যোগেন আহিল। সি কলে—'তোৰ আইতাৰৰ ইমানবোৰ ছাগলী আছে, তই চিন্তা কৰিছ কেলেই? তাৰে এটা ল। মোৰ মূৰ ঘূৰিব ধৰিছে। সঁচা কথা আয়ে এজাক ছাগলী পুহিছিল। মুঠতে এঘাৰটা ছাগলী। বুঢ়ী মাইকী দুজনী। গাখীৰতী দুজনী, বাকীবোৰ খাহী পঠা। প্ৰত্যেকৰে নাম আছে। আয়ে প্ৰত্যেকৰে নাম দিছে—যেনে মদনা, কাণীমণি, গোপাল, বগী, কাণী ইত্যাদি। আইতাই সিহঁতৰ নাম কাঢ়ি মাতিলে সিহঁত লৰি আহে আইতাৰ কাষলৈ। আইতাই সিহঁতক গা মোহাৰি মৰম কৰে। চুমা খায়। এতিয়া যোগেনে সেই ছাগলীৰ কথা কোৱাত মোৰ মূৰ ঘূৰিব ধৰিলে। কিন্তু তাক অৱজ্ঞা কৰিবলৈ মোৰ সাহস নহ'ল। সি যি কয় তাকেই ব্ৰহ্মবাক্য বুলি মানি গলো। সি কলে—অই! আইতাৰে এতিয়া ছাগলী ঘৰত দাং দি, গা ধুবলৈ গৈছে। গা ধুই কীৰ্ত্তন পঢ়িব। এই ফাকতে কামটো হাচিল কৰিব লাগিব। যা তই দাং খুলি মুখতে যিটোকে পাৱ তাকেই দাঙি আনিবি। মই পিছফালে আছো যা।

মই গলো। দাং খুলি মুখতে পোৱাটোকে কান্ধত তুলি যোগেনৰ ওচৰ পালোহি। যোগেন পলকতে তাক লৈ উৰামৰা দি নাইকিয়া হ'ল। চাওঁ যে মই মদনাক তুলিলো। বৰ ধুনীয়া হৈ উঠিছিল। খাহী। সেইটো তৎক্ষণাত মাৰি মাংস নি ভোজৰ থলি পোৱালেগৈ। সকলোৱে মোক শলাগিলে ধইন্ ধইন্ কৰিলে। মোৰ মান ইজ্জৎ বচাবলৈ মদনাই জীৱন আহুতি দিলে।

লগৰীয়াবোৰে তপালি তপালি মাছ মাংস খালে। মই কিন্তু সিদিনা একোকে মুখত দিব নোৱাৰিলো। ৰাতি আহি বিছনাত পৰিলোহি। গুৰে নিশা মোৰ টোপনি নাহিল।

পুৱা খল কাট দিওঁতেই আইতা উঠে। উঠিয়েই ছাগলী পোৱা

ঘৰৰ দাং খুলি সিহঁতৰ গা পিছে। সিদিনাও আইতা উঠি সেইফালে গৈ চিঞৰি উঠিল। 'হেৰৌ ছাগলী ঘৰৰ দাং কোনে খুলিলে ?' – ভিতৰ সোমাই আইতাই চিঞৰা শুনিলো। —'হেৰৌ - কোনোবাই মোক কলিজাতে কামোৰ মাৰিলে ঐ। মোৰ মদনাক কোনোবাই নিলে।' আইতাৰ চিঞৰত সকলো সাৰ পালে। কেনেকৈ কি হ'ল –তাৰ পম খেদিলে। আইতাই মোৰ কালে চাই কলে—যাচোন কৰবাত বাটে পথে আছে নেকি চা গৈ। মই মদনাক বিচৰাৰ ছলেৰে লৰ মাৰিলো। চুপৰীয়া হেমন্তৰ দোকানত বহি থাকি ভৰদুপৰীয়া আহি ঘৰ ওলালোহি। কলো—নাই আইতা – বহুতো বিচাৰিলো — নাপালোঁ।

আইতাই মুখ কৰ্চি কলে— নিয়ক। ভগবানে তাকো শুদাই নেৰে। সি তেজ বমি কৰি মৰিব। মোৰ শাও লাগিবই লাগিব। কথা শুনি সেই জাৰৰ দিনতো জ্বৰ ঘামে ঘামি গলো। মন সেমেকি লেতু-সেতু হলো।

চাৰি পাঁচদিন তেনেদৰেই চলিল। আইতাই পুৱা উঠিয়েই তেনেদৰে শাও দিয়ে। মোৰ চকুৰ আগত মদনা জপিয়াই থকা দেখো। কিন্তু সঁচা কথাটো চেপি পেটত সুমুৱাই থলো।

মোৰ ভাত টুটিল, মাত টুটিল। একোতে মন নবহা হ'ল। হাত ভৰি অৱশ লগা হ'ল। শেষত পাটিত পৰিলো। নৰিয়াত ভূগিলো। কিন্তু ৰোগৰ লক্ষণ ধৰিব নোৱাৰা। হঠাতে তীৰকঁপে জ্বৰ উঠে। আইতা মা হতে মূৰত কলহে কলহে পানী ঢালে। কেতিয়াবা আকৌ এনেয়ে গাটো শিল যেন চেঁচা হৈ পৰে। মা-ভণ্টিহঁতে তেল গৰম কৰি ভৰি আৰু হাতৰ তলুৱাত সানি গা গৰম কৰে। দুই এপালি ঘকুৱা দৰবো আইতাই যুগুতাই খুৱালে। ভূতে পোৱা বুলি এজন ওজা আনি জৰা ফুকাও কৰিলে। তথাপি ৰোগৰ লৰফৰ নাই। শেষত ওচৰতে থকা ডাক্তৰ বৰুৱাকো মাতিলে। ডাঃ ভুৱনেশ্বৰ বৰুৱা। তেওঁ ৰোগৰ লক্ষণ দেখি কিছু চিন্তিত হ'ল। তেজ পৰীক্ষা আৰু যন্ত্ৰ

পাতিবে বহুত পৰীক্ষা কৰিলে। জ্বৰে এৰিলে ধৰে ধৰে। ধৰে এৰিলে জ্বৰে ধৰে। এনেদৰে প্ৰায় এপষ পাৰ হ'ল। পোনতে ডাক্তৰ এবাৰ আহিছিল। পিছত পুৱা-গধূলি ছুবাৰ অহা হল। কিন্তু ৰোগৰ হেৰফেৰ নঘটিল। লাহে লাহে মোৰ শকতি একেবাৰে হ্ৰাস পালে। টোপনি নাহে। ছটফটাই থাকো। কেতিয়াবা তন্দ্ৰা লাগিলেও ভ্ৰম বকা হলো। ভ্ৰমতে মই হেনো 'মদনা' 'মদনা' বুলি চিঞঁৰো। কান্দো। তাতে আকৌ এদিন পুৱা মুখ ধোৱাত অলপ তেজ পৰা দেখিলো। মই ভাবিলো আইতাৰ শাও লাগিল। মোৰ আৰু ৰক্ষা নাই। ৰোগৰ গতি বিষম দেখি দিনে নিশাই পহৰা দিয়া হ'ল। এদিন দুপৰীয়া আইতাই ভাত দি আছে। মা-ভণ্টিহঁত তেতিয়া ৰান্ধনী ঘৰত। মোৰ তন্দ্ৰা লাগিছে। এনেতে 'মদনা' 'মদনা'কৈ চিঞৰি মই কান্দিবলৈ ধৰিলো। আইতাই কলে—দেখিছ মদনাক ভাবিয়েই তাৰ এইখন হল। সি মদনাক বৰ মৰম কৰিছিল অ'। কিন্তু তাৰ বুকু শুদা কৰি যিয়েই মদনাক নিলি তোক ভগৱানে দেখিব। তোক যমদূতে জীয়াই থেকেচিব। আইতাৰ শাও শুনি মোৰ বুকু কঁপিবলৈ ধৰিলে। মই মোৰ মৃত্যুৰ বাহিৰে একোকে সমুখত নেদেখা হলো। মই হুক হুকাই কান্দি পেলালো। আইতাই নিচুকালে—নাকান্দিবি মদনা আহিবই। তই ধৈৰ্য ধৰ। জীয়াতে যমৰ কিল খাই সি মদনাক ওলোটাই দি যাব। তই নাকান্দিবি ঔ-সোণ।

'মোৰ ধৈৰ্যৰ সীমা পাৰ হ'ল। মৰাৰ আগতে আইতাক কথাটো কওঁ বুলি থিৰ কৰিলো। আৰু ··· সমষ্ট ঘটনাটো আইতাক কলো।

আইতাই মোৰ স্বীকাৰোক্তি শুনি আই ঐ বিঐ কৰি কলে—তই মোক নকলি কিয়? মই তোক মাংস কিনিবলৈ ধন দিলোহেঁতেন নহয়? হ'কদে যি কৰিলি কৰিলি। কিন্তু মই যে তোক অভদিনে শাও দিলো। নহয় প্ৰভু। মোৰ শাও মোৰ নিজৰ গাতে লাগক। মোক মাৰি নি যেন মোৰ-সোণটোক ৰচোৱা আই ভগৱতী। এইদৰে আইতাই চুলি ছিঙি কাতুৰিবলৈ ধৰিলে।

সিঙ্গিনাৰ পৰা আইতাই শাও নিদিয়া হ'ল—তাৰ পৰিবৰ্তে মোক আৰোগ্য কৰি নিজক মাৰি নিবলৈ প্ৰাৰ্থনা জনোৱা হ'ল।

'বুজিছে দাদা। আইতাৰ প্ৰাৰ্থনা ঈশ্বৰে মঞ্জুৰ কৰিলে। তিনি দিনমানৰ পাছতে ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে আইতাই মূৰটো ঘূৰাইছে বুলি ঢলি পৰিল। হুৱাহুৱা লাগি গ'ল। বিছনাত শুৱাই দিয়াৰ লগে লগে আইতাই বমি কৰিলে—তেজ বমি। লগে লগেই শেষ। আইতাৰ এই কথা মোৰ কাণত পৰিল। মই 'আইতা' বুলি চিঞৰি বিছনাতে বহি পৰিলো। বুজিছে দাদা আচৰিত। এই মোৰ চিঞৰ শুনি যেন—মোৰ ৰোগ কৰবালৈ পলাল। মোৰ গাটো পাতল পাতল লাগিল। বলো পালো।

আইতাৰ মৃত্যুৰ বাতৰি শুনি ওচৰ চুবুৰীয়াৰে আমাৰ ঘৰ-চোতাল ভৰি পৰিল। এনেতে ডাক্তৰ বৰুৱা সদায় অহাৰ দৰে মোৰ ৰোগৰ ভু লবলৈ আহিল। দূৰৰ পৰাই আমাৰ ঘৰৰ সন্মুখত মানুহৰ ভীৰ দেখি বৰুৱাই মোৰেই কিবা হ'ল বুলি পদুলিতে থমকি ৰল। এজনে কথাটো কোৱাত তেওঁ মোৰ কোঠালীত আহি সোমাল। মোৰ নাড়ী চাই তেওঁ আচৰিত হ'ল। এজনে মদনাৰ আখ্যান আৰু তাৰ লগত সাঙোৰ খাই থকা কাহিনীখিনিও ঠোৰতে ডাক্তৰ দেউতাক কলে। কোঠালী এৰি ওলাই যাওঁতে ডাক্তৰ বৰুৱাই কোৱা কথাষাৰ আজিও মনত আছে।

'ঈশ্বৰেই সকলো। আমাৰ এই যন্ত্ৰপাতি আৰু ডাক্তৰী শিক্ষা লোকা-চাৰহে। সত্য ঘটনা কেতিয়াবা মনে গঠা ঘটনাতকৈ বেছি ৰহস্যজনক।'

'বুজিছে দাদা—আইতাৰ শাও, আৰু আইতাৰ মৃত্যুৰ ঘটনাই মোক আজিও বিব্ৰত কৰে। মই ঘাটক—মই মদনা আৰু আইতাৰ দুয়োৰে মৃত্যুৰ কাৰণ হলো। পৃথিৱীৰ সকলো সুখ সম্ভোগেও মোৰ এই দুখ মোহাৰি পেলাব নোৱাৰে।'

এই বুলি তৰণীয়ে চকুলো টুকিলে। তৰণীৰ চকুত পানী দেখি ময়ো বিচলিত হলো।

'ধৰ্মক জানোহু মই তথাপি -
প্ৰবৃত্তি নাই—
অধৰ্ম্মতো নিবৃত্তি নহয় ।
হৃদী স্থিত হুয়া তুমি—যেন কৰবাহো স্বামী
তাকে মন্ত্ৰ কৰা কৃপাময় ॥'
ঘোষা ফাঁকি গাই তৰণীক সান্ত্বনা জনালো ।

কিন্তু তৰণীয়ে প্ৰকৃত সান্ত্বনা লভিলে জানো ? এই প্ৰশ্নই মোক মাজে মাজে আমনি কৰে । □ □

## মথুৰা কাই

১৯৮২ চন। ২৭ ফ্ৰেব্ৰুৱাৰী। শুকুৰবাৰ।

জাৰ পৰিছে। সচৰাচৰ যোৱাৰ দৰে ওলাই গলো। গধূলি। মুৰব চোতাললৈ। চোতালত এতিয়া জুই ধৰাৰ ব্যৱস্থা হৈছে। এই জুইকে আগুৰি মেলুৱৈসকল বহে। আজি মোৰ যোৱাত পলম হৈছে। ইতিমধ্যে প্ৰায়বোৰ মেলুৱৈ আহি বহিছে। ময়ো গৈ বহিলোগৈ। আজি মেলত সাঁথৰৰ বিষয়ে আলোচনা চলিছে। বিষয়টো আগবঢ়াইছে—দুৰ্গা চৌধুৰীয়ে। দুৰ্গা চৌধুৰী আগতে খেলুৱৈ আছিল—অৱসৰ লৈ এতিয়া মেলুৱৈ সাজিছে। দুই এজনে সাথঁৰ একোটা উত্থাপন কৰিছে। যথা বিহিত উত্তৰ দিয়া দিয়িও হৈছে।

এনেতে এজন লোক আহিল। হাতত এখন দা আৰু বুটি কুঠাৰ। আহি নিজে নিজেই কলে—"বৰ ভাল কৰিছে দিয়ক। এনেদৰে চাৰি আলি চাৰি আলিয়ে চৰকাৰে জুই ধৰি থলে বাটকৰুৱাৰ বৰ উপকাৰত আহিব। বৰ জাৰ পৰিছে। কঠা-কাণিয়ে বল কৰিব নোৱাৰে—জুইকুৰাইহে পাৰিব।"

অৱনী দাসে সুধিলে—"কৰ পৰা আহিলাহে। হাতত দেখোন দা কুঠাৰ দুয়ো বিধ অস্ত্ৰকে লৈ আহিছা। চি-আৰ-পিয়ে পালে কোবাব।"

"কোবাক। তাতে কি? আমাক নোকোবাইনো কত চোৰ ডকাইত কোবাব! দা খন নিজৰ। কুঠাৰখন বাবুক খুজি আনিছো। গান্ধী বস্তিৰ এজন বাবুৰ ঘৰত হাজিৰা কৰিছো। তেওঁৰ এইখন কুঠাৰ। কেইডালমান গছৰ মূঢ়া থুপুৰিয়াই আনি থৈছিলো। কুঠাৰৰ অভাৱত ফালিব পৰা নাই। জাৰ পৰিছে—জুই নুপুৱালে ৰাতি টোপনি নাহে। কঁপি থাকিবলগীয়া হয়। হাজিৰাৰ কাম

শেষ হোৱা নাই ; আৰু দুদিনমানৰ কাম আছে। বাবুক কওঁতে কুঠাৰখন দিলে। পুৱা যাওঁতে আকৌ লৈ যাম।"

আমাৰ সাঁথৰ দিয়া দিয়ি শুনি—তেওঁ কলে "ময়ো এটা সাঁথৰ দিওঁ—কোনে পাৰে উত্তৰ দিয়কচোন। এই বুলি এটা সাঁথৰে জুৰিলে—

বৃক্ষাগ্ৰবাসী ন চ পক্ষীৰাজ
অম্বু বহন্তি ন চ মেঘমাল,
বল্ক পৰিধান ন চ ৰামচন্দ্ৰ,
ত্ৰিনেত্ৰধাৰী ন চ শূলপাণি ॥

সকলো মেলুৱৈ নিমাত হল। উত্তৰ বিচাৰি নাপায়। মেলুৱৈ-সকলৰ অৱস্থা দেখি তেওঁ নিজেই কলে—"নাৰিকল।" আৰু বেছি পলম নকৰিলে। "যাওঁ দিনত ভাত খোৱা নাই, বাবুৰ ঘৰতে চাহ-জলপান খাই কটালো; এতিয়া এমুঠি নধৰিলে নহব।" এই বুলি তেওঁ লৰা-লৰিকৈ উঠিল। উঠাৰ লগে লগে স্বগত উক্তি কৰিলে—"চোৰক মোৰে মুশুৱায়।"

মানুহজন গললৈ।

মানুহজনক আজি মই প্ৰথম পাইছো। সেয়ে তেওঁৰ আঁতি-গুৰি সুধিলো।

চাওত বহি থকা সুৰে কলে—"দাদা এওঁ ছয়গাৱঁৰ মানুহ। আমাৰ নদীৰ পাৰৰ জুপুৰী এটাত থাকে। দিন হাজিৰাৰ কাম কৰে। পুৱা যাওঁতে প্ৰায়েই এখন তামোল খাই যায়। নাম মথুৰা। মানুহজন কিন্তু ৰসিক। বৰ গাছত লগা কথা কব পাৰে।"

মথুৰাক দেখিছো—প্ৰায়েই চিনি পায়। বাহৰ কামত বৰ পেটু বুলি দুই এজনে মন্তব্যও কৰিলে।

আজি এক নতুন ঘটনা ঘটিল। সকলো অবাক। মথুৰা কাইৰ সাঁথৰ শুনি কনকৰ মুখ মেল খালে। কনক বকলা।—এই নামেৰে তেওঁ অফিচত দৰ্মহা লয় বুলিহে বহুতে কয়। কনকক আমি 'বাপা'

বুলিহে জানো। বিশ্ববিদ্যালয়ৰ বৰ্চাৰী। কথা কম—কিন্তু কামৰ মানুহ। ঘোৰ বিষয়ী বুলি নাম বা বদনাম আছে। মূৰত এডালো চুলি নাই। তপা। কিন্তু 'বনফুল' তেলৰ প্ৰধান পৃষ্ঠপোষক। নিতৌ গা ধুই বনফুল তেল মূৰত মাৰ্জন কৰে। ওখ পাখ জীৱেশ্বৰ চক্ৰবৰ্ত্তীয়ে বাপাক পালেই মূৰটো শুঙি চায়। বনফুলৰ সুবাস পোৱাৰ আশাৰে। এই বাপাই সাথঁৰ কব খোজাত সকলো থিৰ হল। সকলোৱে তেওঁৰ মুখৰ ফালে চাই ৰল। বাপাই জুৰিলে—

ওপৰেদি উৰি গল নহয় শৰালী

জাপ ধৰি মাছ খাই…

আৰু কব নৌপাওঁতেই সকলোৱে একেলগে চিঞৰি উঠিল—"আছাৰা জাল।'

বেচেৰী বাপা সেইফালেই ভেবা লাগি চাই ৰল। এনেদৰে সাথঁৰৰ পৰ্ব্ব শেষ হল। মেলৰ সিদিনাৰ কাৰণে সিমানতে অন্ত পৰিল।

* * *

মোৰ চৌহদৰ বাহঁৰ বেৰ এখন উৰলি গৈছে। মথুৰা কাইক কথাটো কলো। এদিন পুৱাই ককাই ওলালহি। হাতত দা খন লৈ বেৰ বন্ধাৰ উদ্দেশ্যে। বেৰখন চাই আহি কলে—"বাবু। বেৰৰ খুটি কাম্নি সকলোবোৰ ঠিকেই আছে। কিন্তু গাঠিবোৰ চিঙিছে। তাঁৰৰ গাঠি বেছি দিন নিটিকে। মামৰে ধৰে। চিঙি যায়। বাঁহৰ বেৰত তঙালৰ গাঠি দিব লাগে। আমি তঙাল এৰি তাঁৰত ধৰিছো। আচলটো এৰি নকলটো লৈছো। সেয়ে ভৰণি ভৰি মৰো। এতিয়া এমুঠি তাৰাকে দিওক। বেৰখন থিয় কৰি থৈ যাওঁ। পিচত মই তঙাল আনি ভালকৈ বেৰখন গুঠি দি যাম।

এই বুলি বেৰখন মেৰামতি কৰি মথুৰা কাই গলগৈ।

মথুৰাকাইৰ অভিজ্ঞতা, মথুৰা কাইৰ সৰলতাৰ কথাই মোক বৰকৈ আকৰ্ষণ কৰিলে।

তঙাল তাঁৰতকৈ উত্তম কথাষাৰ ককায়ে নিজ অভিজ্ঞতাৰ

পৰা আহৰণ কৰা। মানুহে দেখি শিকে—ঠেকি শিকে; মথুৰা কায়ে ছুয়ো ধৰণে অভিজ্ঞতা অৰ্জন কৰে।

সুৰৰ চোতাললৈ—মথুৰা কাইৰ আহ যাহ কম। পুৱা কামলৈ যাওঁতে—এবাৰ মাত দি যায়। কিন্তু আহিলে বৰ বগৰ তোলে। ককাই ফকৰা যোজনাত ওজা। কথাই পতি ফকৰা যোজনা মাতে।

* * *

এবাৰ আমাৰ মেলত জুলীয়া গুৰৰ কথা আলোচনা হৈছে। গুণাগুণ ছুই এজনে কৈছে; এই জুলীয়া মিঠৈৰ সোৱাদৰ কথাও ছুই এজনে সোৱাদ লগাকৈ কৈছে। এনেতে মথুৰাকাই আহি ওলাল। কলে—এতিয়া এই জুলীয়া মিঠৈৰ কথা পাতিবহে পাৰিব—সোৱাদ লব হলে নোৱাৰিব। কুঁহিয়াৰৰ খেতিত বৰ যতন লাগে। তাৰো-পৰি মানুহ আৰু শিয়ালৰ উপদ্ৰৱ আছেই। মাজনিশাও এপাক উজাৰ মাৰি আহিব লাগে। মানুহ লাগে। যতন কৰিলেহে ৰতন পায়। কৈছেই নহয়—

ছয় পো ছয় নাতি,
তেহে কৰিবা কুঁহিয়াৰৰ খেতি ॥

এনেদৰে ফকৰা-যোজনা মাতে। প্ৰতিটো কথাৰ অকাট্য যুক্তি—এনেবোৰ ফকৰা যোজনাৰেই দিয়ে।

সেয়ে মথুৰা কাইক মোৰ বৰ ভাল লগা হল। মথুৰা কাইৰ পৰা শিকিবলৈ বহু কথা আছে। লগ পালেই কথা পাতো। কুঁহিয়াৰৰ ৰস উলিয়াবলৈ বিচৰা লোকৰ দৰে··মথুৰা কাইৰ বুকুত থুপ খাই থকা ৰস উলিয়াব বিচাৰো।

হঠাৎ এদিন মথুৰা কাই ঘৰলৈ যাব ওলাল। ছয়গাওঁৰ ঘৰলৈ। ঘৰত অসুখ—মাক পুতেক ছুয়োৰে।

বিশ্বেশ্বৰী। আমাৰ মেলৰ এজন। গাড়ী চলায় এটা ঘোঁৰাই টনা গাড়ী। বিশ্বেশ্বৰী বিহাৰী লোক। সিনহা উপাধি লেখে। লুইতৰ পাৰত প্ৰইাউডৰ গুদাম। তাৰ পৰা চহৰৰ বিভিন্ন

ঠাইলৈ বোজা টানে। বিন্ধেশ্বৰী বৰ চাফ, চিকুণ। গা-লাহী। বৰণ মিঠা। অসমীয়া কথাকৈ বৰ ভাল পায়। মাতবোৰ বৰ মিঠা মিঠা লাগে। অসমীয়া কথা কোৱা হেপাহ বৰ বেছি। তাৰ কাৰণেই হেনো আমাৰ এই মুৰৰ চোতাললৈ আহে।

এদিন গধূলি। মেলুৱৈসকল এজন দুজনকৈ গোট খাইছে। বিন্ধেশ্বৰী আহি মুৰৰ কাষত থিয় হৈছে। এনেতে এজন বৰ ওখ-পাখ লোক আহিল। দোকানত জুইশলা বিচাৰি। কোট পেণ্টা পিন্ধা মানুহজনক অস্বাভাবিক ভাবে ওখ দেখা গৈছে। জুইশলা লৈ—মানুহ-জন লুইতৰ পাৰেদি খোজ ললে। এনেতে বিন্ধেশ্বৰীয়ে মাত লগালে—"হঁয় দে, মানুহডাল বৰ ওখ।" বিন্ধেশ্বৰীৰ বৰ্ণনা শুনি দুই এজনে হাঁহিলে। জীৱেশ্বৰ চক্ৰবৰ্ত্তীয়ে কলে—"বিন্ধেশ্বৰী" মানুহ ডাল নকয়। মানুহজন বা মানুহ গৰাকী, বা মানুহটো হে হব। মানুহৰ "ডাল" ব্যৱহাৰ নকৰে। অৱশ্যে বিতৃষ্ণাত কেতিয়াবা—'এই ডাল"। 'সেই ডাল, কয়। এই ক্ষেত্ৰত ডাল নাখাতে।"

বিন্ধেশ্বৰীয়ে নম্ৰভাৱে কলে—"নহয় চাৰ। মথুৰাই শিকাইছে। দীঘল বস্তুক 'ডাল' কব লাগে। কলম ডাল, গছ ডাল। সেইদৰে মানুহ ডাল নহয় নেকি? মই এই ভাষা শিকিছো—মথুৰাৰ পৰা। বহু জানিছো চাৰ। সি পাৰিছে—মই নাপাৰিম কিয়? সিওতো বিহাৰী আছে বাবু।"

মই জাপ মাৰি উঠিলো। 'কি মথুৰা বিহাৰী মানুহ।'

"হয় চাৰ। সি বিহাৰী। তাৰ উপাধি সিং। এতিয়া দাস বনিছে।'

নতুন কথা এটি আবিস্কাৰ হল। মথুৰা কাই বিহাৰী। এতিয়া বিহাৰী লোকক অসমীয়া ভাষা শিকায়। আৰু মই মিজেওটো মথুৰা কাইৰ মুখত শুনা ফকৰা যোজনা ডায়েৰীত টুকি ৰাখো।

প্ৰায় এমাহমান পাৰ হোৱাৰ পিছত মথুৰকাই আহিল। চোতালত বহিলহি। বহুতে সুধিলে—'তুমি বোলে বিহাৰী মানুহ হে। তুমি

দেখোন ছয়গাৱঁৰ অসমীয়া বুলি ফাঁকি দি আছিলা হে ?"

"ফাঁকি দিয়া নাই। মই বিহাৰী আছিলো হয়। এতিয়া অসমীয়া হৈছো। আজি কুৰি পচিশ বছৰ অসমত কটালো। ইয়াৰ বায়ু পানীৰ লগত জীন গলো। তাত মোৰ কিবা অপৰাধ হল নেকি ?"

"নহয়। আমি সেইদৰে কোৱা নাই। আমি আচৰিত হৈছো। তুমি ফকৰা যোজনাৰে অসমীয়া ভাষা কবলৈ কত শিকিলা ?"

"দেখি শুনি শিকিলো দিয়ক। মই উৰিষ্যাতো আছিলো। সেয়ে উৰিয়া ভাষাও কব পাৰো। ডেকা কালত নেপালী কৰটীয়াৰ লগত কাঠ কাটিছিলো। সেয়ে নেপালী ভাষাও কব পাৰো। এতিয়া অসমীয়া গাৱঁত আছো—অসমীয়া তিৰী বিয়া কৰাই ঘৰ সংসাৰ কৰিছো। মাত কথাও শিকিছো। মোৰ কথা হল এটা। যবে ভাত তবে মাত।

"যি ঠাইৰ চাউল খাই তাৰ মাত মাতিব লাগে। চৰাই চিৰকতিয়েও সেই নিয়ম মানে। আমি মানুহে নামানিম কিয় ? শালিকা, ময়না, ভাটৌ মানুহে পোহে। সিহঁতে গিৰীহঁতৰ মাত লয়। মানুহে কিয় নলব। লব লাগিব। তাকে নকৰিলে খাই পাত ফলা হব।

'তিনিটা ময়না ধৰি আনক। এটাৰ অসমীয়া মালিকৰ ঘৰত দিয়ক। এটাক বঙ্গালী বাবুৰ ঘৰত থওক, এটাক নেপালী এজনৰ তাত থওঁক। এবছৰৰ পিচত দেখিব অসমীয়া ঘৰত থকা ময়নাই অসমীয়া মাত মাতিব, বঙ্গালীৰ ঘৰত থকাটোৱে বঙ্গালী ভাষা কব, নেপালীৰ ঘৰত থকাটোৱে নেপালী কব। সেয়ে অসমত থকা জনে অসমীয়া ভাষা কবই লাগিব। যবে ভাত তবে মাত।"

মথুৰা কাইৰ কথা শুনি আমি আটায়ে আনন্দিত হলো।

সিদিনাৰ পৰা মথুৰা কাই আমাৰ আৰু ওচৰ চাপিল।

"কষ্টেকৰ ভোজ খাওঁতা নাই।" —এই যোজনা মথুৰা কায়ে প্ৰায় সদাই আওৰাই। এদিন হঠাতে মথুৰা কাইৰ জীৱনতো সেয়ে

কলিয়াছে। :৯৮৫ চন। জহব দিন। দুদিন ধৰি বৰষুণ দি আছে। পুৱা ভাত বান্ধি থাকোতেই মথুৰা কাই ঢলি পৰিল। লগে লগেই মথুৰা কায়ে ইহ সংসাৰ ত্যাগ কৰিলে। একালে চকত ভাত উতলি ভক ভকাই আছে—আনহাতে মথুৰা কায়ে শেষ নিশ্বাস পেলাইছে। ততালিকে মথুৰা কাইৰ মৃত্যুৰ বাতৰি বিজুলী সঞ্চাৰে প্ৰবাহিত হল। এই বাতৰি শুনি মোৰ মুখৰ পৰা কব নোৱাৰাকৈ মথুৰা কায়ে গোৱা ফকৰা শাৰী ওলাল—ক্ষান্তেকৰ ভোজ সচাকৈয়ে খাওঁতা নাই।

মথুৰা কাইৰ মৃত্যু হল সঁচা। তেওঁক আৰু নেদেখা হলো। কিন্তু ককায়ে কৈ যোৱা কথাষাৰি আমাৰ কাণত আজিও সঘনে বাজি থাকে—

"যবে ভাত—তবে মাত।"

ভাষা সমস্যাৰ সমাধানৰ ক্ষেত্ৰত মথুৰা কাইৰ বাণী চিৰ স্মৰণীয়। নহয় জানো? □

# খুকুমণি

১৯৭৮ চন। এপ্ৰিলৰ আগছোৱা।

তেতিয়া মই মন্ত্ৰী। জনতা চৰকাৰৰ শিক্ষা আৰু সাংস্কৃতিক বিভাগৰ ভাৰপ্ৰাপ্ত মন্ত্ৰী। উজনিলৈ বুলি গৈছিলো। চৰকাৰী কামত। লগত পৰিবাৰো আছিল। পুৱা আঠমান বজাত গুৱাহাটী এৰিলো। জাগীৰডত চাহ একাপ খোৱাটো প্ৰায় সকলো যাত্ৰীৰে স্বভাৱ। মোৰতো কথাই নাই। পৰিবাৰ আৰু এখোপ উৰ্ধত। তাহানি ৰহাৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত তেওঁ প্ৰশিক্ষিকাৰ কাম কৰিছিল। গুৱাহাটীলৈ আহ-যাহ কৰোতে এই অভ্যাস গঢ়ি উঠিল। এই ক্ষেত্ৰত আমাৰ পাভ জোৰা। চাহ টিকিৰা খাবলৈ গাড়ী ৰাখিলো। পৰিবাৰে তাতে এটা প্ৰস্তাব তুলিলে। ৰহাৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত সোমাই যোৱাৰ। অতীতৰ কৰ্ম্মস্থলীত এবাৰ ভুমুকি মাৰি যায়। তাতে আকৌ তেতিয়া শ্ৰীভৱানী দাস সেই কেন্দ্ৰৰ অধ্যক্ষা। তেওঁৰ সহপাঠী। ৱাৰ্দ্ধাত একেলগে প্ৰশিক্ষণ লোৱা। ঘৰত নহলেও পথত পৰিবাৰৰ অনুৰোধ উপেক্ষা কৰা টান। আগতীয়া খবৰ নিদিয়াকৈ এখন শিক্ষা কেন্দ্ৰলৈ শিক্ষামন্ত্ৰী যোৱাটো—আপচু দেখি। তথাপি সন্মত হলো।

ৰাষ্ট্ৰীয় ঘাই পথ এৰি পুৰণি পথেৰে ৰহা সোমালো। সেই পথৰ কাষতে ৰহাৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ। তালৈ যাওতে বাছ পৰিবহনৰ আড্ডা চেৰাই যাব লাগে। বাছৰ আড্ডাৰ সমুখত এজন চিনাকী লোকক থিয় হৈ থকা দেখিলো। অৱনী। অৱনী দাস। নামজনা খেলুৱৈ, গায়ক আৰু অভিনেতা। তদুপৰি তেওঁৰ আৰু এটি গুণে সকলোকে মোহিত কৰে। বৰ ৰসিক। কথাকৈ হাঁহিৰ খলকনি তুলিব পাৰে। ৰেল বিভাগত কাম কৰে। গাড়ী ৰাখি সবিশেষ সুধিলো।

"অৱনী কলৈ আহিছিলা? উজাই যোৱা যদি উঠা। মই ডিব্রুগড় পামগৈ। যতে যোৱা নমাই দিম।"

"উজাই নাযাও দাদা। ভটিয়াম হে। চাপৰমুখলৈ আহিছিলো। খুলশালী ছোৱালীজনীৰ ঘৰলৈ। পুৱাৰ বেলতে যাম বুলি ওলাইছিলো। সিহঁতে নিদিয়ে। বেল আকৌ গধুলিলৈকেহে আছে। সেয়ে বাছেৰেই যাও বুলি ওলাইছো।' কাষত থকা বস্তালৈ আঙুলিয়াই সুধিলো—"সেইয়া কি ললা।' "জহা চাউল দাদা। আৰু এই বস্তা শাক পাচলি।" এনেতে সিফালৰ পৰা ৰঙা বাছ এখন অহা দেখি অৱনীয়ে খৰধৰ লগালে। আমাৰ গাড়ীও উজাই এৰি দিলে।

ক্ষণিকতে গাড়ী বুনিয়াদী প্রশিক্ষণ কেন্দ্রত ৰলহি। মোহন। মোহন কলিতা। মোৰ গা-ৰখীয়া। তেওঁ নামি গৈ ভিতৰত খবৰ দিলে। হুলস্থুল লাগি পৰিল। মন্ত্রী আহিছে। এনেদৰে আকস্মিক ভাবে। হুলস্থুল লগাৰ কথাই। অধ্যক্ষা ভবানী দাস দুই এজন প্রশিক্ষক প্রশিক্ষিকাৰ লগত আগবাঢ়ি আহি আদৰিলে। পৰিবাৰক অধ্যক্ষাই সাৱতি ধৰিলে। মোক ভিতৰলৈ আহিবলৈ অনুৰোধ কৰিলে। লগে লগেই সভাৰ আয়োজন হল। অধ্যক্ষাই প্রশিক্ষার্থীসকলৰ উদ্দেশ্যি এষাৰ কবলৈ অনুৰোধ জনালে। "বুনিয়াদী শিক্ষাই যে প্রকৃত শিক্ষা" সেই বিষয়ে এটি মন্ত্রীৰ ভাষণ দিলো। ভাষণ শেষ হোৱাৰ পিছত ভোজন পর্ব্বও অনুষ্ঠিত হল। লুচি, ফুলকবি ভাজি আৰু নাৰিকল লাৰুৰে ভোজন পর্ব্ব সমাপ্ত কৰি গাড়ী উজাই চেকুৰি মেলিলে।

× × ×

নাট সমাৰোহৰ দিহা চলিছে। বৈজয়ন্তী নাট্য গোষ্ঠীৰ উদ্যোগত। সমাৰোহৰ দিন পাচ, ছয় আৰু সাত ডিচেম্বৰ। ১৯৭৮ চন। জোৰ আখাৰা চলিছে। মাহ জুৰি। দুখন নাট মেলিব। যুগল দাৰ (যুগল দাস) "বায়নৰ খোল" আৰু আমাৰ "ঠিকনা।" ঠিকনাত মোৰ নিজৰো ভাও আছে। সেয়ে দিন বুজি আখাৰালৈ আহো।

নবেম্বৰ মাহৰ শেষৰ সপ্তাহ। আখাৰাই ভৰ পক দিছে।

দুৰ্য্যোধন নাটত পৰিচালক শৈলেন বৰুৱা। সৰবৰহী অভিনেতা আৰু ক্ৰিকেট খেলুৱৈ। ফোন যোগে তাগিদা দিয়ে। আখৰাত উপস্থিত থাকিবলৈ। আখৰাৰ আমেজ সুকীয়া। ভাত এৰিলেও আখৰা এৰা টান। সেয়ে সকলো নিৰ্দ্ধাৰিত দিনত- সময়ৰ আগতেই আহি আখৰাত উপস্থিত হওঁ। আখৰাৰ স্থল আছিল বাল ভৱন। উজান বজাৰৰ পকী ঘাটৰ ওচৰত থকা বাল ভৱনৰ কথা কৈছো। দিছপুৰৰ দপ্তৰৰ পৰা পোনে পোনেই ভাৰৈ চাপলি মেলো। ঘৰত সোমালে বিপদ। মানুহে আগুৰে। সেয়ে সময়ৰ আগতেই আখৰাৰ থলীত উপস্থিত হওঁ। কিয়নো এই নাটৰ লগত বহু ৰসজ্ঞ বন্ধু জড়িত আছিল। তাৰ ভিতৰত কথাৰে সাগৰক নগৰ আৰু নগৰক সাগৰ কৰিব পৰা ক্ষীৰেশ্বৰ চক্ৰবৰ্ত্তী—মৰা মানুহৰ মুখতো হাঁহি বিৰিঙাব পৰা অৱনী দাস আদিও আছে। এওঁলোকৰ লগত এৰন্টা কথা পাতিলে সপ্তাহলৈ মন সজীৱ হৈ থাকে। মন্ত্ৰীৰূপে মোৰ সেইখিনিতেই খাটি পৰিছিল। সেই ঘাটি পূৰণৰ এয়ে সুযোগ বুলি তাৰ আগ চুলিত খামোছ মাৰি ধৰিছিলো। এদিন এনেদৰে আহি অৱনীক পালো। অৱনী দাস—ৰসৰ থুনপাক। পোনেই সুধিলো—"হেৰা অৱনী— তুমি বৰ আপোনপেতীয়াহে। খুলশালী ছোৱালীৰ ঘৰৰ পৰা অনা এৰস্তা জহা চাউল অকলে খালা। এইবুলি কবহে পালো— অৱনীয়ে আৰম্ভ কৰিলেই—"হয় দিয়ক দাদা। জহা যে জহায়েই। মাণিকী মধুৰী জহা আছিল দাদা। কি মলমলিয়া গোন্ধ। ইগ্লাত বহালে চাপৰ-মুখ কিয়—ৰংপুৰলৈকে গোন্ধে মলমলাব। সিদিনা আনি ঘৰত বস্তাটোৰ মুখ খন খোলোতেই মানুহৰ সোত বৰলৈ ধৰিলে।"

"কিয় ?"

মলীমলীয়া গোন্ধত। গোন্ধ গুণ্ডি গুণ্ডি ওচৰ চুবুৰীয়া মুনিহ-তিৰোতা আহি মোৰ ঘৰ নধৰা হল। সকলোকে এমুঠি লাগে। খাবলৈ নহলেও ঘৰত ৰাখিবলৈ। ঘৰৰ পৰিবেশ এই মলমলীয়া গোন্ধে মোহনীয় কৰিলে। বুইছে—এমুঠি এমুঠি কৰি দিওঁতে বস্তাটোৱেই শেষ

হয়। নিজলৈ নবলেই। অয়নীয়ে মনখোলা হাঁহি এটা মাৰিলে। এনেতে হাঁহি হাঁহি লাবণ্য দত্ত চৌধুৰীও আহি ওলাল। শৈল বৰুৱাই তাগিদা দিলে - "আহক দাদা -আপোনালোক তিনিও থকা দৃশ্যটিৰ আগতে আৰম্ভ কৰো।" এবা, লাবণ্য মোৰ বোৱাৰীৰ ভাৱত আৰু অয়নী বিয়া মাতিবলৈ অহা বাপুটিৰ ভাৱত ওলাব। আখাৰা দিলো।

নিশা ৯ মান বজাত আখৰা শেষ হল। অয়নী মোৰ ওচৰ চাপি আহিল। কলে—"দাদা আপোনাক এটা কথা কওঁ—মোৰ এই খুলশালীজনীৰ জীয়া বৃত্তান্ত আপোনাক কলে আপুনি নাটক লেখিব পাৰিব।"

"তেন্তে কোৱা আকৌ।"

"এতিয়া নহয় দাদা—দীঘলীয়া কাহিনী। আপোনাৰ এতিয়া সময় ক'ত? কওঁতে সময় লাগিব।"

"কি কোৱাহে? মই সময় উলিয়াম নহয়। ঘড়ীৰ কাটা ঘূৰাই হলেও সময় উলিয়াম।"

"কম দাদা। মই কম। জীৱন্ত নাটকৰ কাহিনী।" এনেদৰে কথাপাতি ঘাই আলিত উঠিলোহি। তালৈ আহি এবাএৰ হলো।

× × × ×

পিছ লগে। অয়নীৰ এই অকথিত কাহিনীয়ে মোৰ পিছ লগে। মন নবলা হল। ই উৰা মাৰিব বিচাৰে অয়নীৰ মুখত এই কাহিনী শুনিবলৈ।

৭ ডিচেম্বৰত 'ঠিকনাৰ' অভিনয়। অভিনয় শেষ কৰি ভোজন পৰ্ব্ব আৰম্ভ হৈছে। অয়নীৰ কাষ চাপি কলো। "হেৰা, এইবাৰ তোমাৰ কাহিনীৰে নাটক লেখিম। কাহিনী শুনিবলৈ কেতিয়া যাম?"

"এহ্‌, আপুনি আহিবনে? কব, মই আপোনাৰ ঘৰলৈকে যাম। সময় তাৰিখ বান্ধি দিব। মই সেই মতেই ওলামগৈ।"

"নালাগে—ময়েই তোমাৰ ওচৰ চাপিম। সময়টো কিন্তু অসময় হব। আপত্তি নাইতো?"

"নাই দাদা। এই কাহিনীয়ে মোক খুলি খুলি খাই আছে। কব বিচাৰো। কিন্তু শুনোতা নাই। আপুনি যি ভাল দেখে কৰিব। মই কাহিনীটো কব পাৰিলে সকাহ পাওঁ। মনটো বহুখিনি পাতলিব।"

অবনীৰ এনে ইঙ্গিত পাই মই আশ্বস্ত হলো।

বাৰ ডিচেম্বৰ। ১৯৭৮ চন। ৰাতি ৯.৩০ মান বজাত অবনীৰ ঘৰ ওলাগোগৈ। জাৰ পৰিছে। ঠেতুৰা লগা জাৰ। দুৱাৰত টুকৰিয়াই— 'অবনী'—'অবনী কৈ মাতিলো। অবনী শুইছে। পৰিবাৰ তকই বোধকৰো জুই পুৱাই আছিল। 'কোন' বুলি চিঞৰিলে। মই মোৰ নামকৈ চিনাকী দিলো। অবনীক জগাই তোলা শুনিলো। চকু মোহাৰি মোহাৰি গাত ৰাগ এখন লৈ অবনীয়ে দুৱাৰ খুলিলে। কলে— "ইস্ দাদা এই ৰাতিখন ওলালহি!"

মই মোৰ ঘড়ীটো চাই কলো—হেৰা কত ৰাতি হল হে। এতিয়া দহ বজাই নাই। দিনত তোমাকো পাবৰ নাই। মোৰতো কথাই নাই। বুজিছা অবনী। মন্ত্ৰীবোৰ বন্দী। মানুহৰ মাজত বন্দী। কিন্তু আচৰিত কথা কি জানা? মন্ত্ৰীয়ে মানুহৰ একোকে কৰিব নোৱাৰে—তথাপি কিন্তু মানুহে মন্ত্ৰীয়ে সকলো কৰিব পাৰে বুলি ভাবে। পিছে টোপনি ভাঙিলো নহয়। মই কিন্তু কাহিনী শুনিম বুলিয়েই আহিছিলো। এঘন্টা শুনিব পাৰিম। তাত তোমাৰো টোপনি ক্ষতি নহয়—মোৰতো নহয়েই।"

বহিলো। দুয়ো মেজৰ দুকাষে বহিলো। অবনীয়ে একাপ চাহ কৰিবলৈ দুবৰ পৰাই আদেশ দিলে। অসময় তথাপি আপত্তি নকৰিলো।

ভাবিলো—অবনীৰ পৰিয়াৰেও এটা কামত লাগি থাকক। কিন্তু তেওঁ মন বুজা বোৱাৰী। পকা অঙঠা একৰাহী যুগুতাই—আমাৰ কাষত দিলেহি। আমাৰ ভাহানি বুঢ়ী আইৰ পৰা সাধু শুনা পৰিবেশ এটি গঢ়ি উঠিল। অবনীয়ে আৰম্ভ কৰিলে -

"দাদা চন তাৰিখটো ঠিক মনত নাই। তথাপি পচপন্ন চাপন্ন মান

হব। তেতিয়া মেধী অসমৰ মুখ্যমন্ত্ৰী। বিষ্ণুৰাম মেধী। গুৱাহাটী থানাৰ ডাৰোগা আছিল—নেপুৰ। নেপুৰ চলিহা। এই খিনি কথা হলে মোৰ ভালকৈ মনত আছে। তেতিয়া মই পাণ্ডুৰ মালিগাৱত কাম কৰো। ৰেল বিভাগত। ঘৰৰ পৰাই আহ-যাহ কৰো। দুপৰীয়া পানী খোৱা ছুটি হয়। প্ৰায় ডেৰঘণ্টা সময়। মই ঘৰৰ পৰাই অলপ জা-জলপান কৰিয়াই নিওঁ। প্ৰায়বোৰ কৰ্ম্মচাৰী ওচৰৰ কোৱাৰ্টাৰত থাকে। ঘৰে ঘৰে যায়গৈ। মই অফিচতে সেইখিনি খাই ওচৰে পাজৰে ঘূৰি ফুৰো। এদিন ষ্টেচনৰ ফালে গলো। গাড়ী আহিছে। উজনিৰ। মানুহ পাতল। দুই এজন যাত্ৰী নামিছে। উঠোতা নাই। এটা ডবাত চকু পৰিল। তাত দেখিলো—এজনী ছোৱালীয়ে এচুকত বহি কান্দি আছে। ডবাত বেচি মানুহ নাই। একাষে এটি হিন্দুস্থানী পৰিয়াল। মই খিৰিকিৰে মুখ সুমাই ছোৱালীজনীক সুধিলো—"মা কিয় কান্দিছা?" মোৰ প্ৰশ্ন শুনি তাইৰ কান্দোন চৰিল। সৰু ছোৱালী—আঠ ন বছৰীয়া হব। কিবা মায়া লাগিল। উঠি ওচৰ চাপিলো। কৰ পৰা আহিছা? কলৈ যাবা? লগত আৰু কোনো নাই নেকি—এনেবোৰ প্ৰশ্ন। পোনতে তাই একো উত্তৰ নিদিয়ে। মই বুজালো—এতিয়া ৰেল এৰি দিলে বেলেগ দেশ পাবাগৈ। তাইৰ মোহ অলপ ভাগিল। কলে—চাপৰমুখৰ পৰা আহিছে। অকলে। কিন্তু কলৈ যাব আহিছে নকয়। শেষত কলে পলাই আহিছে। "মাহী মায়ে মাৰে। আজি পুৱাও—মাৰিছিল। ষ্টেচনৰ কালে লৰ মাৰিলো। এনেতে ৰেলখন ৰলছি—তাত উঠি গুচি আহিলো। এতিয়া কত যাওঁ।" মই কলো—মোৰ তাত থাকিবা বলা। মই তোমাক আকৌ চাপৰমু ত থৈ আহিম। তাইৰ কিন্তু আপত্তি। মোৰ তাত থাকিব, চাপৰমুখৰ ঘৰলৈ নাযায়। সেই চৰ্ত্ত মানি লৈ তাইক নমাই আনিলো।

ছোৱালীজনীৰ মুখখন বৰ মৰম লগা। বঙো ভাল। দেখনিয়াৰ। কিন্তু ভয় আৰু ভোকত মোলান পৰি গৈছে। সুধি জানিলো—আজি পুৱাৰ পৰা একোকে খোৱা নাই—কেৱল মাৰ খাইছে। বুজিছে দাদা—

তেজীমলা এজনী নহয় দিয়ক। ঘৰে ঘৰে চুবুৰীয়ে চুবুৰীয়ে আছে। ভৰি হাতবোৰত ঘা লাগি আছে। দুই এঠাইত তেতিয়াও তেজ বৈ আছে। 'কি খাবা'—সুধিলো। কলে—'ভাত খাম।' মালিগাৱঁত ভাতৰ হোটেল নোহোৱা নহয়—কিন্তু এনেদৰে তাইক হোটেললৈ নিবৰ মন নগল। কাষতে সুৰীণ ভট্টাচাৰ্য্যৰ ঘৰ। ফিটাৰ। মোৰ বন্ধু। তেওঁৰ ঘৰত সোমালো। ভট্টাচাৰ্য্যক কথাটো কলো। তেওঁ বৰ আগ্ৰহেৰে নি ভাত পানী খুৱালে। আমাৰ মৰম চেনেহবোৰ পাই তাই অলপ স্থিৰ হল। তাইক ভট্টাচাৰ্য্যৰ ঘৰতে থৈ অফিচলৈ আহিলো। কিন্তু অফিচত মন নবহে। জানোচা ছোৱালীজনী আকৌ হবলুকি হয়। সেয়ে বৰবাবুৰ পৰা ছুটি লৈ তাইক লৈ ঘৰলৈ আহিলো। বাটত তাইক তাইৰ নামটো সুধিলো। তাই কলে—খুকু। বাপেকৰ নাম সুধিলো—পোনতে নকয়। মই তাইক কলো—তোমাৰ দেউতাৰালৈ মই খবৰ নিদিওঁ। তেতিয়া তাই হেহো নেহোকৈ কলে—গোবিন্দ। উপাধি নকলে। ময়ো সিমানতে এৰিলো।

পানবজাৰত নামিলোহি। থানাত সোমালো। বৰ থানাত। তাতে চলিহাক লগ ধৰি কৈ আহিলো—"এইজনী হেৰা পোৱা ছোৱালী। কোনোবাই বিচাৰিলে—মোক জনালে যাৰ ছোৱালী তাক গতাই দিম।" চলিহায়ো—"দুষ্ট দানবৰ হাতত পৰি লটি ঘটি হোৱাতকৈ—তোমাৰ জিম্মাতে থাকক।" বুলি বিদায় দিলে।

ঘৰত খুকু আহি সহজে লীন গল। পৰিয়ালে খুকুৰ ব্যৱহাৰ আৰু কামত অতিশয় আনন্দ পালে। এসপ্তাহ ঘূৰোতে তাই আমাৰ ঘৰৰ এজনী হৈ পৰিল। বন্ধা বঢ়া, পাচলি কুটা, ঘৰ দুৱাৰ পৰিষ্কাৰ পৰিচ্ছন্ন কৈ ৰখাৰ কামত খুকু স্বভাবজাত। সেয়ে এমাহৰ মূৰতে তাই ৰান্ধনীঘৰ প্ৰায় দখল কৰি বহিল। গোটেই ঘৰত ধূপ ধূনা জ্বলোৱা, বিছনাপাতি পৰিপাটিকৈ ৰখা সকলো কাম খুকুই দিহা নিদিয়াকৈ নিজেই চমজি ললে।

পৰিয়ালে মৰমতে তাইক খুকুমনি বুলি মাতা হল। সকলো নিৰাকি-কৈ চলিল। কিন্তু এটা কথাত আউল লাগিল দাদা।'

'কি কামত আউল লাগিল হে?' সুধিলো। "সম্বোধনৰ কথাত। খুকুই আহিয়েই পৰিবাৰক 'বাইদেউ' বুলি সম্বন্ধ ধৰি মাতিলে। মোৰ লৰা-ছোৱালীয়েও মাকৰ নিৰ্দ্দেশত তাইক খুকু মাহী বুলি মাতা হল। কিন্তু মোক মাতে দেউতা বুলি। কথাতো শুনাত কিবা আপচু লগা হল। পৰিবাৰে কলে—"আপোনাক দেউতা নুবুলি তাই ভিনিহি বোলক। মই কলো—তাইৰ মুখত "দেউতা" সম্বোধনটো বৰ মিঠা লাগে। তাই হেৰাপোৱা। এতেকে সেই কালৰ পৰাও 'দেউতা' সম্বোধনটোহে খাপ খাইছে। তাই তোমাক মা বা আই বোলক—তেতিয়া হলে এই আউল চিঙে।"

"পৰিবাৰৰ এই কথাত আপত্তি। এটা খণ্ডন কৰিব নোৱাৰা যুক্তি উত্থাপন কৰিলে। কলে—লৰা-ছোৱালী কেইটাৰ মুখতো—খুকু মাহী সম্বোধনটি সজ হৈছে। এতিয়া আপুনি কোৱা মতে সম্বোধন জুৰিলে বহুখিনি ওলট পালট হব। এতেকে তাই আপোনাক ভিনিহি বুলিয়েই মাতক। তেতিয়াৰ পৰা মই খুকুৰ ভিনিহিয়েক হলো।"

অৱনীৰ কথাকোৱা ঢং সুকীয়া। বৰ ৰস লগাই কব পাৰে। এইখিনিলৈকে একেধাৰে কৈ গল। ময়ো ঘড়ীৰ ফালে চকু দি বিচুৰ্ত্তি খালো। এঘাৰটা বাজিল। সিদিনালৈ সিমানতে বিদায় ললো।

× × × ×

কিন্তু বিজুতি ঘটিল। 'খুকু'ৰ কাহিনী শুনাত বিজুতি ঘটিল। সময় নেপাওঁ। অৱনীক দিনত লগ পোৱা টান। পুৱাই অফিছলৈ যায়। গধূলিহে উভতে। অৱনীয়ে দুপৰিয়াৰ ভাত সাজ ধৰ পুৱাতে খায়। সেই কথালৈ সমনীয়া সৰসী, শশী, দুৰ্গাহঁতে ৰহইচ তোলে। আনহাতে মোৰো সময় নোহোৱা হল। সক লৰাই ঘূৰোৱা লাটিমৰ দৰে বাইজৰ হাতত মন্ত্ৰী লাটিম ঘূৰে। ঘৰতো কাম কৰিবৰ সময় নহয় বাইজৰো নহয়। কেৱল—"ভোলা ঘূৰ-ঘূৰ" কৈ অনাহকত ঘূৰি ফুৰিব লাগে। এনেতে আমাৰ মন্ত্ৰী সভাৰ পতন হল। ১৯৭৯ চনত। মন্ত্ৰী গুচি বহি খোৱা বিধায়ক হলো। মোৰ সময় ওলাল। সময়ে

অসময়ে—অৱনীক বিচাৰি যাওঁ। নাপাও। লাহে লাহে খুকুৰ কাহিনী শুনাৰ মোহ আতৰিল। আন কাহিনীৰ পিছত লাগিলো। 'খুকুৰ কাহিনীৰ কথা পাহৰিলো।

অৱনীয়ে অৱসৰ ললে। ৰেল বিভাগৰ চাকৰীৰ পৰা। কিন্তু ঘৰত বহি নাথাকিল; উজান বজাৰৰ এখন সমবায়ত কাম ললে। হিচাব ৰাখোতাৰ কাম। অৱনীৰে কথা পাতিবলৈ এই দোকানত সোমাওঁ। কিন্তু অৱনীৰ সময় নাই। তলমূৰ কৰি হিচাব লেখে। মুৰ দাঙিবৰ সময় নাই। সময় থাকিলেও নাদাঙে। তথাপি যাওঁ। দুই এষাৰ কথা পাতি ওভতো। এদিন অৱনীয়ে নিজেই কলে—"দাদা খুকুৰ কাহিনীটো কোৱা আধকৰা হল নহয়। কওঁ শুনক।

"খুকু গাভৰু হল। বগা জগা—বই পৰা চেলাউৰিৰে বৰ ধুনীয়া জনী হৈ পৰিল। যেয়ে দেখে সিয়েই তাইৰ কথা সোধা হল। মোৰ বৰ দুশ্চিন্তা হল।"

"কিয়? কিহৰ দুশ্চিন্তা।"

"তাইক এতিয়া কত সোধাও। গাভৰু ছোৱালী একজনীকতো এনেদৰে সদায় ঘৰত ৰাখিব নোৱাৰি। সোধাও কত? কি বুলি তাইৰ প্রকৃত চিনাকী দিওঁ। কাৰ ওচৰ চাপো। এনেজনী ধুনীয়া ছোৱালী। নিজৰ ছোৱালীৰ দৰে তুলিছো—যতে ততে দলিয়াই দিওঁ কেনেকৈ। ঘৰে অফিচে এইবোৰ চিন্তাই মোৰ মন গধুৰ কৰি তুলিলে। পোনতে ভাবিছিলো—'ওৱাৰিছ' ওলাব। কাকতে পত্রে নিৰুদ্দেশ বা ছোৱালী হেৰোৱাৰ কথাৰে বিজ্ঞাপন বা বাতৰি ওলাব। পুলিচৰ পৰাও হয়তো খবৰ পাম। কিন্তু নাই, দহ এঘাৰ বছৰে একো খবৰ নাই।

বুজিছে দাদা -ঈশ্বৰ আছে। নহলে এনে এটা কথা নঘটে। এদিন এজন মানুহ মোৰ অফিছলৈ আহিল। নিউ গুৱাহাটীৰ অফিছলৈ। বঙ্গালী ভদ্রলোক। ওচৰ চাপি সুধিলে—"ডাঙৰীয়া আজি আপোনা-লোকৰ দৰ্মহা হব নেকি? হলে কেতিয়া হব।"

মানুহজন অচিনাকী। দৰ্মহা হব নে নহয় সোধাত অলপ চিন্তিত

হলো। মানুহজন ভালদৰে নিৰীক্ষণ কৰিলো। নাই, চোৰ দগাবাজ যেন নালাগে। তাতে বয়সতো পঞ্চাশৰ পাৰ হৈছে। সুধিলো - "আপুনি ৰেল বিভাগত কাম কৰে নেকি? দৰ্ম্মহাৰ কথা যে সুধিছে?" "নহয় ভাওৰীয়া। মই দোকানী মানুহ। চাপৰমুখত মোৰ গেলামালৰ দোকান আছে। মোৰ অলপ টকা পাওনা আছে। চেটাৰ্জী বাবুৰ কাষত। তেওঁ চাপৰমুখ অফিচত আছিল। দুমাহ হল ইয়ালৈ বদলি হৈছে। তেওঁ এখন চিঠি দিছে। দৰ্ম্মহাৰ সময়ত আহি টকাতো লৈ যাবলৈ। আজি এটা কামত গুৱাহাটীলৈ আহিছিলো—সেয়ে সুধি ললো - দৰ্ম্মহা হয় নে নহয়। হলে চেটাৰ্জী বাবুক খোজ কৰিম।" মানুহজনৰ উপাধি চাহা। তেওঁক বহিবলৈ কলো। একাপ চাহো আগবঢ়ালো। মূৰত 'খুকু' সোমাল। চাপৰমুখ বুলি ওলালেই খুকুই মূৰত ধৰে। তাইক জিৰণি ঠাই দিলো বুলিতো যৌৱন নষ্ট হবলৈ দিব নোৱাৰি। চাহাক সুধিলো - "আপোনালোকৰ কলনীৰ পৰা এজনী "খুকু" বুলি ছোৱালী হেৰাইছিল নহয়।"

চাহাই পোনেই কলে—"অ বহুদিনৰ কথা। দহ বাৰ বছৰ হল নেকি? হামিদ ড্ৰাইভাৰৰ ছোৱালী এজনী হেৰাইছিল। কৰবাত দুষ্ট লোকে নিলে। হয়তো মাৰাও গল। আৰু পোৱা নগল। তাইৰ ডাক নাম 'খুকু' আছিল। আচল নাম নুৰজাহান।"

"নহয়। খুকুৰ বাপেকৰ নাম গোবিন্দ চাহা আছিল। গোবিন্দ বাবুৰ ছোৱালীহে হেৰাইছিল?"

চাহাই খেক খেক কৈ হাঁহিব ধৰিলে। কলে—"গোবিন্দ চাহাতো মোৰ বৰ ভাই। সিটো বিয়াই কৰোৱা নাই। গত বছৰ মাৰা গৈছে।"

মোৰ মূৰ ঘূৰি গল। খুকু হামিদ চাহাবৰ ছোৱালী? আৰু আগবাঢ়িব নোৱাৰিলো। কলো—আমাৰ দৰ্ম্মহা হব। বেনাৰ্জী চাহাবো আহিব—তিনিবজাত। আপুনি তিনি বজাত ইয়ালৈকে আহিব।

চাহা গলগৈ। মোৰ মনত এক ধুমুহা বলৈ ধৰিলে। 'খুকু'

যদি সচাঁকৈয়ে হামিদৰ ছোৱালীয়েই হয়। তেন্তে ? কিন্তু বল পালো। প্ৰায় এঘণ্টা কাল দুশ্চিন্তাই আগুৰি ধৰিছিল সঁচা। কিন্তু আকৌ বল পালো। সময় মতে চাহা আহিল। তেওঁৰ কামখিনিও হল। যাবৰ সময়ত চাহাক কলো—"খুকু' বুলি ছোৱালীজনী মোৰ তাতে আছে। হামিদ চাহাবক কব। নিব বিচাৰিলে মই গতাই দিম।" চাহা গলগৈ। মযো ঘৰলৈ উভতিলো। এতিয়া আকৌ নতুন চিন্তা হল। পৰিবাৰে কথাটো ভু পালে বা কি মূৰ্ত্তি ধৰে। ঘৰ সোমালেই খুকুই লৰি আহি মোৰ ছাটি আৰু হাতৰ টোপোলা টুপলি হাঁহি মাৰি জুকিয়াই লয়। মযো হাঁহিমাৰি ভিতৰ সোমাও। সিদিনাও তাই প্ৰায় পদূলিতে আদৰিলে। মযো এটি কৃত্ৰিম হাঁহি মাৰি ভিতৰ সোমালো। ঘৰ সোমোৱাৰ লগে লগে মোৰ উচুপনি উঠিল। সামৰিব নোৱাৰি গাধোৱা কোঠাত সোমাই মনেমনে এপৰমান কান্দিলো। পিচত গাটো ভাল নহয বুলি বিছনাত পৰিলো।

নিশা ভাত খোৱা নহল। পৰিবাৰেও ভাত দিব নিবিচাৰিলে। কলে—অলপ চাহ জলপান খাই শুই থাকক। 'খুকু'ই চাহ জলপান কৰি মোৰ আগত দিলেহি। খুকুৰ মুখত যেন—নুৰজাহানৰ মুখখন ভাহি উঠিল। সেই মুকুট পিন্ধা বুৰঞ্জী পাঠৰ পিঠিত থকা নুৰজাহানৰ ছবি। মই জলপানখিনি খাব নোবাৰিলো। কিবা মুৰ ঘূৰাই যোৱা যেন লাগিল।

ৰাতি টোপনি নহল। ছটফটাই থাকো। পৰিবাৰে বাৰে বাৰে গাটো বেযা লাগিছে নেকি সোধে—ডাক্তৰ মাতাৰ কথাও তোলে। মই তেনে একো নহয়—মুৰটো বিষাইছে বুলি আকৌ শুই পাৰিলো। নাহে—টোপনি নাহে। সঁচা দেই, চিন্তাগ্ৰস্ত লোকৰ টোপনি নাহে। বাৰমান বজাত বিছনাৰ পৰা উঠি—কাষৰ চকীত বহিলো। ভয় খাই পৰিবাৰে কাষ চাপিল। কপালত হাত দিও চালে। কলে—"কৰ্তা জ্বৰ তব উঠা নাই। কি হল ? মই পৰিবাৰক মনে মনে থাকিবলৈ ইঙ্গিত কৰিলো। ওচৰলৈ মাতি আনি দিনৰ ঘটনাৰ কথা কলো।' খুকু যে জাইনাৰাও হব পাৰে তাকো কলো। তেওঁ কিন্তু কথাটো বৰ সহজে

লগে। আমাৰ মানত 'খুকু' সদাই 'খুকু' হৈয়ে থাকিব। কোনোবা নিবলৈ আহিলেও খুকুয়ে যাব বিচাৰিলেহে পঠিয়াম নহলে। মাক বাপেক আহিলেও তাইৰ অমতত নপঠিয়াও।

মই কলো—কথাটো বাহিৰ হলে সমাজে বা কি কয় ?

"সমাজে কি কব ? কিবা কলেই আমি 'খুকু'ক দলিয়াই পেলাম নেকি ? নহব। খুকু সদাই আমাৰ হৈ থাকিব। কোনোবাই কিবা কলে কম—তাই আমাৰ জীয়ৰী। সেইবোৰ অমূলক কথা ভাবি দেহাটো নষ্ট নকৰিব। যাওঁক শুই থাকক।"

পৰিবাৰৰ এই মনোভাব দেখি মই আশ্বস্ত হ'লো। এইবাৰ বিচনাত পৰাৰ লগে লগেই মই ঘোৰ টোপনিত পৰিলো।

পিছদিনা পুৱা উঠিয়েই মোছাহক আতৈৰ ঘৰলৈ গলো। তেওঁক ঘৰলৈকে মাতি আনি সকলো কথা কলো।

"মোছাহক আতৈক জানে নহয় ?"

"হেৰা কি কোৱা হে অৱনী। মোছাহক আতৈক নজনা লোক চহৰত কোন আছে হে। খেলা-ধূলা, মেল মিটিং সকলোতে তেওঁ আগশাৰীৰ।"

"এৰা দাদা। তেওঁ আক সাহস দিলে। তেওঁ দেউতাৰ বন্ধু আছিল। ছুয়ো বৰ লগ। সেয়ে তেওঁক আতৈ বুলি মাতো। তেওঁ কলে—"অৱনী তই এইটো বৰ ডাঙৰ কাম কৰিছ। সকলোৰে ভাগ্যত এনে কাম নুজুটে। আল্লাই তোক দোৱা কৰিব। আৰু শুন এটা কথা কওঁ। কোনোবা ওৱাৰিছ ওলালেও খুকুৰ কথাহে ৰক্ষিব। তাই যাব বিচাৰিলেহে যাব দিবি। নহলে বাপেক মাক আহিলেও তাইক নপঠিয়াবি।"

"তাইৰ মাক নাই। সকতেই মৰিলে। মাহীমাকৰ অত্যাচাৰ সহিব নোৱাৰিয়েই তাই ঘৰ এৰি পলাইছিল।

"তেন্তে তই কিয় চিন্তা কৰিছ। তই বুকু ডাঠ কৈ থাক। যদি কোনো নাহে বা আহিলেও তাই নাযায় তেতিয়া আমি ব্যৱস্থা

লম। তোক এটা কথা কওঁ শুন। আমাৰ গাঁৱৰ বা ওচৰৰে এজন ভাল লৰা চাই এইৰ আমি বিয়া পাতিম। তই কইনাঘৰীয়া হবি মই দৰাঘৰীয়া হম। তেতিয়াৰ পৰা আমি দুয়ো—বিয়ৈ হম”—বুলি মোছাহক আতৈয়ে তেওঁৰ সেই প্ৰাণ খোলা হাঁহিটো মাৰিলে। কথা-শুনি মোৰো মন সজীৱ হৈ উঠিল। আকৌ আগৰ দৰে বল পালো। দুশ্চিন্তাগ্ৰস্ত হৈ মনটো ডুবিব ধৰিছিল কিন্তু পোনতে মোৰ পৰিবাৰে আৰু পিচত মোছাহক আতৈয়ে মোক পাৰলৈ তুলিলে—মই আকৌ আগৰ অৱনী হলো।

× × × ×

“দিনবোৰ পাৰ হল। মাহো পাৰ হও হও। তথাপি চাপৰমুখৰ পৰা কোনো সহাঁৰি নাপালো। মনত বৰ অনুশোচনা হল। চাহাক কিয় কথাটো সুধিলো। সুধিলো সুধিলো, কিয় হামিদক কথাটো কবলৈ দিলো। নিজৰ ভুলৰ কাৰণেই আজি এনেদৰে অনুতপ্ত হব লগাত পৰিছো। এনেতে ঠিক এমাহ মানৰ পিচত—অফিচত এজন মানুহ আহি ওলাল। মোক আহি নুৰজাহানৰ কথা সুধিলে—চিনাকী দিলে তেওঁ হেনো হামিদৰ বৰ জামাই। হামিদ চাহাবে নুৰজাহানক নিবলৈ পঠাইছে। মনটো সিনেকি গল। মানুহজনক লৈ ঘৰলৈ আহিলো। কথাটো পৰিয়ালক আহি কলো। পৰিবাৰে ‘খুকু’ক সেই মানুহজনৰ আগলৈ উলিয়াই আনি সুধিলে—“খুকু তই এখেতক চিনি পাইছনে?” খুকুয়ে “নাই পোৱা” বুলি নিৰ্ভীক উত্তৰ দিলে। নাপাবৰে কথা। খুকু হবলুকি হোৱাৰ পিচতহে এইজন লোক হামিদৰ জোৱাই হৈছে। তেওঁ খুকুৰ মাহীমাকৰ ছোৱালীক বিয়া কৰাইছে।

পৰিবাৰে আৰু আগ নাবাঢ়ি আগন্তুকক যাবলৈ কলে। অচিনাকী এজন মানুহৰ লগত খুকুক এৰি দিয়াটো সমীচিন নহব। মানুহজন যেন বক্কা হে পৰিল। তন্তালিকে পৰিবাৰৰ কথাত হয়ভৰ দি তেওঁ গলগৈ।

কিন্তু প্ৰায় এসপ্তাহৰ ভিতৰতে—আৰু এজন বয়সীয়া লোক

আহিল। আব্দুল হামিদ বুলি চিনাকী দি নুৰজাহানক নিবলৈ অহাৰ কথা তুলিলে।

তেওঁক ঘৰলৈ আনিলো। পৰিবাৰে এইবাৰ 'খুকু'ক লৈ তেওঁৰ আগত ওলাল। বাপেকৰ আগতে খুকুক চিনি পাইছনে সুধিলে। তাই আগৰ বাৰৰ দৰেই—"নাই চিনা" বুলি কলে। কিন্তু আগৰজনৰ দৰে এইবাৰ সহজ নহল। মানুহজন গুমৰি উঠিল। তই পিতাৰক চিনি নেপাওঁ বুলি কলি। তোক আল্লাই ক্ষমা নকৰে। কিন্তু মই সেই সময়তে—মোছাহক আতৈক মাতি আনিছিলো। তেওঁ আব্দুল হামিদৰ খং উঠা দেখি—বুজালে। "জোনাব! খং কৰিছে কিয়? আজি দহ বাৰ বছৰে ছোৱালীজনী মৰিল নে হজিল খবৰ নাই। অনাতঁাৰ কেন্দ্ৰ আছে—বাতৰি কাকত আছে—কিন্তু কতো এই ছোৱালী হেৰুৱাৰ এখন বিজ্ঞাপন নাই। এনে কথাত ছোৱালীৰ বুকুৰ ক্ষোভ কি হব পাৰে বিবেচনা কৰি চাওঁক। তাই আঠ ন বছৰতে আপোনাক এৰি আহিছে—আজি তাইৰ ওঠৰ উনৈশ বছৰ হল। বাটত দেখিলে আপুনি হয়তো তাইক চিনিকে নাপাবলেহেতেন। আমি তাইক আপোনাৰ চিনাকী দিম নহয়। তাই বুজন ছোৱালী। তেতিয়া তাই নিশ্চয় চিনি পাব।"

আতৈৰ কথাত হামিদ চাহাব সুস্থিৰ হল। আতৈয়ে খুকুক মাতি আনি সকলো বিবৰি কলে। কলে—এতিয়া তোৰ খোদ বাবাজান আহি আগত ওলাইছে। তই ভাবি চা। তই যদি বাব তোৰ দুখন ঘৰ হব। হামিদ চাহাবৰ ঘৰ আৰু এই অৱনীৰ ঘৰ। তই কালৈকে দুয়ো ঘৰৰে জীয়ৰী কপে মৰম পাবি। তই শুনিছিলেই—হামিদ চাহাব বৰ অকলশৰীয়া। তোৰ মাহাঁয়েকে ঢ়কাল। তোক আমি হেচা-নিদিও—তই ভাবি চাই ঠিক কৰ।

খুকুই এবাৰ হামিদৰ মুখখনৰ ফালে চালে। বৰ নম্ৰভাবে কলে—"যাম। কিন্তু আমাৰ বাইদেউৰ ঘৰলৈকো আহিব দিব লাগিব।" আতৈয়ে ওপৰতে ধৰিলে—"সেইটো তই কব লাগিছেনে? তোৰ ইচ্ছা-

মতেই হব। তোৰ বিয়া বাৰুও হামিদ চাহাব আৰু অৱনীয়ে ঠিক কৰিব। মই তোক এই জবান দিছো। এতিয়া ক। নিজে ভাবি চিন্তি ক। তই যাওঁ বুলিলেহে—আমি তোক পঠাম। নহলে কিন্তু নপঠাও। এতিয়া বাৰু যা—আমাৰৈ চাহ নাস্তা বনা। তাৰ পিচত তোৰ মনৰ কথা কবি।"

সেইদৰে চাহ নাস্তাৰ যোগাৰ হল। তাই বুজা ছোৱালী। তাতে তাইৰ আচল চিনাকিও ওলাই পৰিল। তাই যাব বুলি কথা দিলে।

ৰাতিটো হামিদ চাহাব আমাৰ ঘৰতে থাকিল। পিচদিনা খাই বৈ আমাক সকলোকে কন্দুৱাই তায়ো কান্দি-কাতি গলগৈ।

তাইৰ বিয়া হল। এখন ভাল গৃহস্থালীৰ তাই গৃহিনী হল। ত্ৰিছ পুৰা মাটিৰ খেতিৰ ধান, বাৰীত ঠাহ খোৱা তামোল, পান, নাৰিকল, এপুৰা মাটিত শাক পাচলি কৰে। সিদিনা ৰহাত যে লগ পাইছিল দাদা। মই খুকু-ওৰফে নুৰজাহান খুলশালীৰ ঘৰৰ পৰাই উভতিছিলো। আজিও আমাৰ আহ-যাহ চলি আছে।"

কাহিনী শেষ কৰি অৱনীয়ে মোক সুধিলে—

"দাদা—এখন নাটক নহবনে ?"

মই কলো—

"নহয় অৱনী। ই নাটকতকৈও নাটকীয়। ইয়াত ৰহন সানিলে মলিয়ন পৰিব। অৱনী! তোমাৰ আৰু তোমাৰ পৰিয়ালৰ প্ৰতি মোৰ ৰম আছিল। দুয়োজন শিল্পী—গায়ক গায়িকা বুলি। কিন্তু এই কাহিনী শুনি তোমালোক দুয়োৰে প্ৰতি মোৰ শ্ৰদ্ধাও বাঢ়িল।"

কথা শুনি অৱনীৰ চকু চলচলীয়া হল। মই সিমানতে উভতিলো। □

# এটি অচিনাকি শিশুৰ কাহিনী

ডুলীয়াজানলৈ গৈছিলো। সভা গাবলৈ। সাহিত্যৰ সভা। তাৰ সাহিত্য সভাৰ শাখাৰ ৰূপালী জয়ন্তী অনুষ্ঠিত হৈছিল। যোৱা ২৩ ডিচেম্বৰ তাৰিখৰ পৰা। তিনদিন জুৰি।

আঠাইশ ডিচেম্বৰ। ১৯৮৮। বুধবাৰ। পুৱা ছয় বজাত ডুলীয়াজান এৰিলো। মটৰেৰে সাত বাজি যোৱাৰ লগে লগে উৰা-জাহাজৰ ঘাটি পাব লাগে। মোহনবাৰীত থকা ডিব্ৰুগড় উৰাজাহাজৰ ঘাটি। টিকট আগতীয়াকৈ কিনি থোৱা আছিল। দুশ দুই নম্বৰ উৰণত গুৱাহাটীলৈ বুলি। নিৰ্দ্ধাৰিত সময়ৰ লগে লগেই ডিব্ৰুগড় উৰাজাহাজ ঘাটি পালেহি। লগত সামান্য এটি হাত বাকচ আৰু জীয়ৰী মাইনুৱে দিয়া জা-জলপানৰ টোপোলাটো। ক্ষেত্ৰ পোৱাৰ লগে লগেই ঘাটিৰ ৰখীয়াক সেইখিনি চমজাই দিলো। জী-জোৱাই নাতি-নাতিনীহঁতক এৰি আহি বেয়া লাগিছিল। এইবোৰ মায়া। ছাঁৰ দৰে ঘনে দীঘল ঘনে চুটি হয়। উৰণ ঘাটি পাই সেইবোৰ পাতলিল। ঘৰখন নিমিষতে পাবলৈ বুলি মন জীপাল হল। আঠ বাজি কুৰি মিনিট যোৱাত জাহাজ উৰা কথা। সেইদৰেই টিকটত মোহৰ মাৰি লিখা আছে। ঘনে পতি ঘড়ীটো চাইছো। কিন্তু ঘুঘুৰে—ঘড়ীৰ কাটা ঘুঘুৰে। পাঁচ দণ্ড সময়কে—পাচ কটা যেন অনুমান হয়। শেষত বাজিল। ঘড়ীয়ে সহানুভূতি দেখুৱালে। কিন্তু উৰাজাহাজত ঘড়ী মুখা নাই। যাত্ৰীসকলৰ আহযাহ আৰু গুণ-গুণনিৰ বাহিৰে একো নাই। নিৰাপত্তা পৰীক্ষাৰ বাবে ঘোষণা শুনিম বুলি কাণ থিয় কৰি আছো। কিন্তু ডাক নপৰে। বৈ বৈ নিৰাশ হলো।

ন বাজিল। —দহ বাজিবৰ হল। কিন্তু জাহাজৰ পক্ষৰ

লোকৰ কোনো উমঘাম নাই। ডিব্ৰুগড় উৰাজাহাজৰ ক্ষেত্ৰ নতুনকৈ নিৰ্মাণ হৈছে যদিও—তাত কোনো নতুনত্বৰ চানেকি নাই। যাত্ৰীৰ কোঠালী পুৰণি-গোহালি বুলিব পাৰি। নামত নতুন কামত আও-পুৰণি মান্ধাতা যুগৰ পান্থনিবাসৰ দৰে—বৈ বৈ আমনি লাগিছে। মনটো অস্থিৰ হৈ পৰিছে। মনত বহুত প্ৰশ্ন জাগিল। কিয় এনে অৱহেলা। কৰ্ত্তৃপক্ষৰ এই অৱহেলা কিয়? এনেবোৰ সঁচা মিছা ভাৱে মনটো গধুৰ আৰু গৰম কৰি তুলিছে। এচুকৰ এখন চকীত মন মাৰি বহি আছো। এনেতে এজন লোক কাষ চাপিল। মহম্মদ ৰফিক। তেল কোম্পানীৰ কৰ্ম্মচাৰী। দুলীয়াজানত থাকে। বিহাৰী মানুহ। কিন্তু বহুত দিন অসমত থাকি সোৱাদ লগাকৈ অসমীয়া কয়। মানুহজন দেখাতো ধুনীয়া। ওখ-পাখ, বগা। সাজে সজ্জাই—মোহনীয়। তেওঁ কাষ চাপি কলে—"চাৰ। ইয়াত কিমান বহি থাকিব। বৰ হৈছে, বাহিৰত আমাৰ কেইবাখনো গাড়ী বৈ আছে। তাৰে এখনত বহি জিৰণি লওকহি। প্লেন অহাত দেৰি হব।" তেওঁ এইদৰে কৈ থাকোতেই মাইকত ঘোষণা হল—"প্লেন অহাত পলম হব। গুৱাহাটী আৰু কলিকতালৈ যোৱা যাত্ৰীসকলে কাউন্টাৰলৈ আহি পুৱাৰ সাজ ভোজনৰ বাবে কুপন লওক।" মোৰ হৈ ডেকা বন্ধু ৰফিকেই সেই-খিনি যুগুতাই আনিলে। সেই জলপানৰ টোপোলাটো ৰফিকক ব্যৱহাৰ কৰিব দি চাহ কাপ মই তুলি ললো। চাহখিনি খাই ৰফিকৰ লগত মই বাহিৰলৈ আহিলো। এফলীয়াকৈ থকা কোম্পানীৰ মটৰ গাড়ী এখনত তেওঁ মোক বহুৱাই দিলে। কলে—"আপুনি জিৰণি লওক। প্লেনৰ সময় হলে মই আপোনাক মাতিম।"

মই গাড়ীত বহিলো। হাত মোনাটোত দুখনমান কিতাপ আছিল। এখন উলিয়াই ললো। মহাৰাজা। জাৰমণি দাসে লিখা। আমাৰ দেশৰ ৰজা মহাৰাজা সকলৰ বিষয়ে উলংগ কৰি লিখা কাহিনী। কিতাপখন বহুবাৰ পঢ়িছো। অবিশ্বাস্য কিন্তু সঁচা কাহিনী।' পঢ়ি সোঁৱাদ পাওঁ। কিন্তু আজি দেখিলো—তাতো অৰুচি, কৰ্ত্তৃপক্ষৰ

অৱহেলা—আমাৰ দৰে সাধাৰণ লোকৰ অসহায়তাৰ কথা সুঁৱৰি মনটো গুজৰি গুমৰি উঠে, তথাপি কিতাপৰ পাতত মনোনিবেশ কৰিবলৈ যত্ন কৰি আছো। এনেতে—হেই—হেই কৈ বহুলোকৰ সমবেত চিঞৰ শুনিলো। মুখ ঘূৰাই চাই দেখো—এখন মিলিটেৰী গাড়ীক আগুৰি মানুহবোৰ থুপ খাইছে, গাড়ীখন চলাবলৈ বুলি "ষ্টাৰ্ট" দিওঁতেই—"এই হেই-হেই" চিঞৰি উঠিল। কি হল চাওঁ বুলি নামি গলো। চাওঁ যে গাড়ীখনৰ তলত এটা টোপোলা। লেতেৰা ফটা-চিতা-কাপোৰৰ টোপোলা। টোপোলাটোত এটা কেচুৱা।

তেতিয়া সকলোৰে মনত একে প্ৰশ্ন। কাৰ কেচুৱা বাৰু? কোনে এনেদৰে নিসহায়ভাৱে তাক এৰি গৈছে? অলপ আঁতৰৰ পৰা এগৰাকী বুঢ়ী মানুহ লৰি নহলেও বেগাই অহা দেখিলো। বুঢ়ীজনী আহি টোপোলাটো উলিয়াই আনিলে। কেচুৱাটোৱে কান্দিব ধৰিলে। কান্দোন নুবুলি কেঁকনি বুলিলেহে সঠিক হব। কান্দোনত অকণো তীব্ৰতা নাই। ড্ৰাইভাৰজনে দুটা দুটা হিন্দী ভাষাৰে কিবা বকিলে। বুঢ়ীজনীৰ ফালে কটাক্ষ কৰি চাই পুনৰ জপিয়াই গাড়ীত উঠি গাড়ী এৰি দিলে। থুপ খোৱা জনতাৰ মাজত বুবুবাবা লাগিল। এজনে বুঢ়ীক সুধিলে— "তোৰ কেচুৱা নেকি?" বুঢ়ীজনীয়ে কি কলে—মোৰ কাণত নপৰিল। বহুজনে বুঢ়ীজনীক আগুৰি ধৰিলে। দুই এজনে খোছা মৰা বাক্যও ব্যৱহাৰ কৰিছে। এজনে হাঁহি হাঁহি কোৱা শুনিলো- "বুঢ়ী ঠিক আছে। মৰিবৰ সময়লৈকে পয়দা কৰি থাক।" হাঁহি, খিকিন্দালি আৰু বহুজনৰ বহু প্ৰশ্নৰ হেঁচাত বুঢ়ীগৰাকীৰ থৰকাছুটি হেৰাল। মাজে মাজে তাই গোঙেৰি মাৰি কিবা কোৱাও শুনিলো। কিন্তু কি কলে একো ধৰিব নোৱাৰিলো।

দুই এজনে তাইক মৰম কৰি তাই বুজি পোৱা ভাষাৰে দুই এটা কথা উলিয়ালে। সেই সময়ত মই কেচুৱাটিৰ ফালে চালো। সঠিক কেচুৱা বুলিব নোৱাৰি। সত্তজাত কেচুৱা নহয়। ভৰি হাতৰ গঠন

চাই ভেৰ-ভুৰছৰীয়া হব যেন লাগিল। কিন্তু একেবাৰে দুৰ্বল। কান্দিবলৈ তাৰ শকতি নাই। গাত ছালখনহে লাগি আছে। মঙহ নাই বুলিলেই হয়। চকুত গোটমৰা ফেচকুৰি। নাকত শেঙুনৰ কড়াল। চকুপানী নিগৰি উলিয়াবলৈকো তাৰ শক্তি নাই, এনেহেন লাগিল। থুপ খোৱা লোকসকল প্ৰায়বোৰ ডেকা। গাড়ী চালক। তাৰে দুই এজনৰ উদাৰতাই মোক বৰ আকৃষ্ট কৰিলে। এজনে পাঁচ-টকীয়া নোট এখন উলিয়াই কেচুৱাটোক কিবা কিনি খুৱাবলৈ বুঢ়ীৰ হাতত দিয়াও দেখিলো।

বুঢ়ীজনীক ওচৰৰ পৰা দেখিলো। তাইৰ পিন্ধন-উৰণ আৰু মুখৰ আকৃতিৰ পৰা নেপালী বুলি সঠিক অনুমান হয়। তাই ল'ৰাটো কোচত লৈ চৰকাৰী আলিৰ ফালে আগবাঢ়িল। ডেকা-বাগো ভাগে ভাগে আঁতৰিল। মই উভতি এৰি যোৱা গাড়ীখনৰ ওচৰ পালোহি। কিন্তু খু-দুৱনি লাগিল কেচুৱাটিৰ বিষয়ে জানিবলৈ। সেই মৰমিয়াল ডেকাজনে এটা চুৰট হুপি থকা দেখিলো। কথাটোৰ বুজ লওঁ বুলি তেওঁৰ ফালে আগবাঢ়ি গলো। ওচৰ পাই মাতিলো— "ভাইটি"। ল'ৰাজনে আধা খোৱা চুৰটটো এফালে দলিয়াই মুখৰ ধোৱাঁখিনি একাষৰীয়াকৈ উলিয়াই দি সুধিলে—"দেউতা—মোক মাতিছে নেকি?" ডেকাজনৰ নম্ৰতা আৰু ব্যৱহাৰত মোহিত হলো।

"এৰা তোমাকে সুধিছো। এই লৰাজন কাৰহে, বুঢ়ীৰতো হব নোৱাৰে।"

"হয়! আপুনি ঠিকেই ভাবিছে। পোনতে আমাৰো সন্দেহ হৈছিল। পিছে সেইটো তাইৰ ছোৱালীৰহে লৰা। তাই বুঢ়ী মাকহে।"

"কিয় এনেদৰে ফুৰিছে? মাক ক'ত?"

"বৰ দুখ লগা ঘটনা দেউতা। বুঢ়ীজনীৰ ঘৰ হেনো মাৰ্ঘেৰিটাত আছিল। তাইৰ গিৰিয়েক মৰিল। তাইৰ ছোৱালীজনী গাভৰু। দেখিবলৈ হেনো বৰ সুন্দৰ আছিল। সিহঁতৰ কোনোবা লগাভগা

খাছিয়া পাহাৰত আছিল। তাতে যাওঁতে—নেপালী ডেকা এজনৰ চকুত পৰিল। সিহঁতৰ বিয়াও হল।”

“এতিয়া সিহঁত কলৈ গল?”

“নকব। মানুহ পগলা হলে কি নকৰে। বিদেশী বিতাৰণ কৰিবলৈ বুলি সিহঁতৰ বহু মানুহ কাটিলে। বুঢ়ীৰ জোৱাঁয়েককো কাটিলে। জীয়েক পলাই সাৰিল। তাৰ আতি মাৰ্ঘেৰিটা পালেহি। চৰকাৰে থৈ গল বুলি কৈছে। কোন চৰকাৰে থৈ গল তাই নাজানে। বহুতো লোকৰ লগত তাযো আহিল। তেতিয়া তাই গৰ্ভৱতী আছিল। তাইৰ এই ল'ৰাটো জন্ম হয়। জন্মৰ তিনিদিন পিছতে হেনো কেচুৱাটো এৰি মাকজনী মৰিল। এই মাউৰা ল'ৰাটো তেতিয়াৰে পৰা বুঢ়ীৰ টেটুত লাগিল।”

“তাই ইয়ালৈ আহিছিল কিয়?”

‘শিল পেলাবলৈ। চাওকছোন দেউতা, তাইৰ শিল পেলোৱাৰ শক্তি আছে নেকি? তাই নিজেই খোজ কাঢ়িব নোৱাৰা হৈছে। আহি মহৰীৰ ভৰিয়ে হাতে ধৰে। উপায় নাপাই মহৰীয়েও কামত লগায়। দিনটো কাম কৰাৰ হাজিৰা ছয় টকা দিয়ে। ছয় টুকুৰী শিল পেলাব পাৰেনে নোৱাৰে—তাৰ ঠিক নাই,—এনেদৰে বাছি আছে।”

“বুজিছা, কেচুৱাটোৰ কাৰণেই ঈশ্বৰে তাইক জীয়াই ৰাখিছে। তাই মৰিলে এই কেচুৱাটোৰ কি হব ভাবাচোন!”

এনেতে ৰফিক লৰি অহা দেখিলো। ৰফিকেও দূৰৰ পৰাই চিঞৰিলে—চাৰ ‘চিকিউৰিটি চেক’লৈ মাতিছে। সিমানতে কাহিনীটো সামৰি মই উভতিলো।

চাৰি ঘণ্টাৰো ওপৰ কাল পলমকৈ উৰাজাহাজ এৰিলে। ডেৰ ঘণ্টাৰ মূৰতে বৰঝাৰত নামিলোহি।

ঘৰ পালোহি। ভাগৰ লাগিছিল। যাত্ৰাৰ ভাগৰ। যাত্ৰাৰ ভাগৰতকৈ অপেক্ষাৰ ভাগৰৰ তীব্ৰতা বেছি। মোৰ ক্ষেত্ৰত আজি

ছুয়োটাই লগ লাগিল ।

নাতি-নাতিনীহঁতে দূৰদৰ্শনত ছবি চাইছে । ময়ো আহি সিহঁতৰ মাজতে বহিলোহি । এজনে কোলাত বহি ললে । এজন পিঠিত উঠিল । দূৰদৰ্শনত দিল্লী কেন্দ্ৰৰ কাৰ্য্যসূচী চলিছে । এনেতে কেন্দ্ৰীয় স্বাস্থ্য বিভাগৰ প্ৰচাৰৰ ছবি ওলাল । বিভিন্ন খাদ্যপ্ৰাণ থকা শাক-পাচলি আৰু ফলমূলৰ ছবি । ঘোষণা শুনিলো—আপোনাৰ শিশুৰ স্বাস্থ্যৰ কাৰণে বাদাম, পেষ্টা, সুমথিৰা, গাজৰ আদি খুৱাওক । শিশুৰ স্বাস্থ্যই দেশৰ স্বাস্থ্য ।…

নাতি-নাতিনীহঁতক কোলা আৰু বোকোচাৰ পৰা আঁতৰাই থৈ দূৰদৰ্শনৰ ছাবিটো বন্ধ কৰি দি মই সমুখৰ বাৰান্দালৈ ওলাই আহিলো ।

নাতি-নাতিনীহঁতে চিঞৰিলে—"ককা কিয় বন্ধ কৰি দিলা ?"

সিহঁতৰ চিঞৰ তল পেলাই পুৱাতে এৰি অহা কেচুৱাটিৰ কেঁকনি মোৰ কাণত বাজিব ধৰিলে । আমাৰ দেশত তাৰ দৰে কেচুৱাৰ সংখ্যাই সৰহ । সি অকলশৰীয়া নহয় । তথাপি সেই পুৱাতে এৰি অহা অচিনাকী কেচুৱাটিৰ কথাই মোক বৰকৈ আমনি কৰিব ধৰিলে ।

আজিও সেই শিশুটিৰ কথা সঘনে মনত পৰে । □

## জামছেদ

১৯৮৬ চন।

জানুৱাৰী মাহৰ ছবিবশ্ তাৰিখ। শুকুৰবাৰ।

বৰ গোমা বতৰ। ৰ'দৰ দেখাদেখি নাই। জাৰ পৰিছে। গাটো ৰ'দাওঁ বুলি ওলাই গলো। লুইতৰ পাৰেদি গৈ ৰাজবাৰী পালোগৈ। তাৰপৰা উভতিলো। মুৰৰ তাত দেখিলো—জীৱেশ্বৰ, অৱনী, সৰসী আদিয়ে জুম পাতি কথা পাতি আছে। আহি বহিলোহি। জীৱেশ্বৰ কথাৰ সাগৰ। অন্ত নাই। ইটো কথা শেষ কৰি সিটোত ধৰে। ঘূৰি চাই দেখিলো যে বহুত পলম হৈছে। প্ৰায় ডেৰ বাজিবৰ হ'ল। লৰালৰিকৈ উঠিলো। সকলোটি ঘৰমুৱা হ'ল। মুৰৰ পৰা তামোল কেইখনমান লৈ উভতিব বিচাৰিছো। মুৰে কলে—দাদা, বহুত পলম হ'ল। ৰিক্সা এখন লৈ যাওঁক। এৰা, মুৰৰ দোকানৰ সমুখত তিনি-চাৰিখন মান ৰিক্সা ৰৈ আছে। মুৰে কলে—"হেই, যা বাবুক থৈ আহ।" এজন ৰিক্সাৱালাই ডেকা ৰিক্সাৱালা এজনক ক'লে—"যা লৈ যা। বুঢ়া মানুহ লৈ যাগৈ। ধৰ্ম্ম হব যা।" ডেকাজনৰ ৰিক্সাত বহিলো। এনেয়ে ক'লো—"এৰা ধৰ্ম হব বলা।"

ৰিক্সাৱালাই কলে—"আজিকালি ধৰ্ম কৰিলে পেট নভৰে বাবু। পাপ কৰিলেহে দুনীয়াত তিষ্ঠিব পাৰি।"

'দুনীয়া শব্দটোৱে মোক আকৰ্ষণ কৰিলে। সুধিলো—"তোমাৰ নাম কিহে?"

"জামছেদ—বাবু।"

"ঘৰ ক'ত?"

"ৰঙিয়াত দিয়ক।"

"ৰিক্সা চলোৱা কিমান দিন হ'ল?"

"দুই বছৰ মান হ'ল।"

"ঘৰত কোন কোন আছে ?"

"আব্বাজান আৰু দুজনী ভনী আছে।

হওতে চাৰ সকলোৱেই আছে। ভাই পাঁচ ছয় জন আছে। বাবাই দুজনী বিয়া কৰাইছিল বাবু। এতিয়া চব ভাগ ভাগ হ'ল। মাটিও ভাগ হ'ল। কিন্তু থিয় হবলৈকে মাটিয়ে নোজোৰে। মোৰ মাই আৰু ভনী দুজনী লৈ আমি বেলেগে আছো। প্ৰথমতে হাজিৰা কৰিছিলো। কিন্তু নাই—এৰি দিলো। ঘৰ চলাব নোৱাৰি।"

"এতিয়া ?"

"হয়, ভালকৈ দিনটো চলাব পাৰিলে দিনে পোন্ধৰ বিশ টকা বাছে। তদুপৰি প্ৰতি দিনে মালিকক ভাড়া দিব লাগে। দিনৰ খোৱা লোৱা আছেই।"

"তুমি নিতৌ অহাযোৱা কৰা ?"

"হয় চাহাব।"

ঘৰ পাই পাবলগীয়া ভাৰাখিনি দি জামছেদক বিদায় দিলো।

জামছেদক কেতিয়াবা বাটে ঘাটে লগ পাওঁ। মোৰ ৰিক্সাত উঠা অভ্যাস কম। কিন্তু বাটত জামছেদে পালে লৈ আহে। কেতিয়াবা জোৰ কৰি। এই দৰেই জামছেদৰ লগত মোৰ বন্ধুত্ব গঢ়ি উঠিল।

পঁচিশ জুলাই। সোমবাৰ। ভৰলুমুখৰ পৰা উভতিছো। বীৰেণ ফুকনক লগ ধৰি। পুৱা বতৰ ভালে আছিল। এতিয়া বৰষুণ দিছে। ছাতিটো তৰি লৈ লুইতৰ কাষৰ ফুটপাথেদি উজাইছো। মাছখোৱা মটৰ-ষ্টেণ্ডৰ ওচৰ পাইছো। এনেতে ৰিক্সা এখন ঠেলি মোৰ কাষে কোনোবা আগবাঢ়ি অহা দেখিলো। ঘূৰি চাই দেখো জামছেদ। ক'লে— "বাবু উঠক, থৈ আহো।"

জামছেদ বৰষুণত তিতিবুৰি জুকলা হৈছে। ৰিক্সাত উঠি মোৰ ছাতিটো জামছেদক জব কলো।

"নালাগে বাবু। ৰ'দ বৰষুণত সমানে ঘূৰিবলৈকে আমাৰ জন্ম

হৈছে। মিছাতে এদিননো কিয় ছাতিটো লওঁ। এনেদৰেতো সদায় ৰ'দত শুকাই বৰষুণত তিতি-বুৰিয়েই দিন কটাইছো। আজিও পাৰিম দিয়ক। আল্লাই আমাক এই কাৰণেই পঠাইছে বাবু।" জামছেদৰ কথাবোৰত পৃথিবীৰ মোহ মমতা অনুভৱ হয়। কথাই কথাই সি কয় ভনী ছুজনী যদি নাথাকিল হয় তেন্তে বাবু কৰবাকৈ গুচি গলো হয়। সিহঁতৰ মুখত ভাত আৰু গাত কাপোৰ দিব লাগে। নহলে বাবু কি কৰিলো হয় ঠিক নাই।

আগতে দেখাতকৈ জামছেদৰ বহুত পৰিবৰ্ত্তন দেখিছো। দাড়িয়ে গোফে ভোৰোকাৰ হৈছে। বুকুত কফৰ কাৰণে অহৰহ কাহি থাকে। কাহৰ অন্ত নাই।

এবাৰ বাটত ক'লো - "জামছেদ। তোমাৰ বৰ কাহ হৈছে হে—দৰব এটা খাবা।"

"ভাত খাবলৈ পইচা নোজোৰে। দৰৱ খাম কৰ পৰা। এজনৰ অৰ্জন—চাৰিখন মুখ।"

জামছেদৰ মনটো যেন তাহানিৰ দৰে উজ্জ্বল নহয়। ঘৰ পাই পুনৰ জামছেদক দৰৱ খোৱাৰ কথা কৈ বিদায় দিলো।

* * * *

বহু দিন জামছেদৰ দেখাদেখি নাই। পাহৰিলো জামছেদৰ কথা। একেবাৰেই পাহৰিলো।

দুপৰীয়া ঘৰত জিৰণি লৈ আছো। সিদিনা আছিল শনিবাৰ। বাৰ চেপ্তেম্বৰ। ১৯৮৭ চন। জপনা মেলি কোনোবাই চিঞৰিছে। "চাহাব চাহাব" বুলি। মাতটো বৰ নিশকতীয়া যেন লাগিছে। ওলাই গলো। এবা, এইয়া যে জামছেদ! সুধিলো "ক'ৰ পৰা আহিলা হে? ইমান দিন ক'ত লুকাই আছিলা?"

"চাহাব আপোনাৰ কথাই লাগিল। আজি পাঁচ ছয় মাহ হস্পিটেলত আছিলো। বৰ ভুগিলো। কালি এৰি দিলে। গাত হু'লে এতিয়াও জোৰ পোৱা নাই। ভাল ভাল বস্তু খাই থাকিব কৈছে।

দৰৱ কেইটামানো ডাক্তৰে লেখি দিছে। সেয়ে আপোনাৰ ওচৰলৈ আহিলো। দাস বাবুৰ ঘৰলৈকো গৈছিলো। নাই, চিলঙলৈ গৈছে। মোক কুৰিটামান টকা ধাৰলৈ দিব নোৱাৰেনে? মই কিবা এটা কৰি ধাৰ মাৰিম। বেইমানী নকৰো।"

জামছেদৰ কথা শুনাৰ লগে লগে মোৰ তেওঁৰ ঘৰখনলৈ মনত পৰিল। ঘৰৰ একমাত্ৰ আৰ্জনীয়া জামছেদ: চাৰিখন মুখক খুৱাব লাগে। চাৰিটা দেহ ঢাকিব লাগে। জামছেদে হস্পিটেলত থাকোতে ঘৰৰ কি বা অৱস্থা হৈছিল। এইবোৰ কথা মনলৈ আহিল। মই সাউত কৰে ভিতৰলৈ আহি কুৰিটা টকা জামছেদৰ হাতত দিলো।

জামছেদে হঁাহি মাৰি গ'লগৈ। যাবৰ সময়ত কলে—"দহ দিনমান ঘৰত থাকি মই আহিম চাৰ। ৰিক্সা নচলালে সিহঁতক খুৱাম কেনেকৈ—"

জামছেদ গ'লগৈ।

আজি প্ৰায় ছয় সাত মাহ হল। জামছেদৰ বাতৰি নাপাওঁ। জামছেদ মনৰ পৰাও আঁতৰ হ'ল। সময়ত সকলো পাহৰিলো।

চাৰি ফেব্ৰুৱাৰী, ১৯৮৮ চন।

পুৰা দহ মান বজাত ওলাই গৈছো। মুৰৰ দোকানত সোমালো। এজন লোকেৰে মুৰে কথা পাতি আছে। মোক দেখি মুৰে ক'লে—"দাদা। জামছেদৰ কথা মনত আছে নহয়? সি বেচেৰা মৰিল। কালি ৰাতি মৰিল।"

"কোনে ক'লে?" সুধিলো।

ওচৰতে থিয় হৈ থকা মানুহজন দেখুৱাই কলে—

"এওঁ জামছেদৰ মানুহ। তাৰ যক্ষ্মা হ'ল। ভাল বস্তু খাব লাগে। পাই ক ত? খোৱাৰ অভাৱতে ল'ৰাজন মৰিল।"

মই জিকাৰ খাই উঠিলো।

জামছেদতকৈ জামছেদৰ মাক আৰু ভনীয়েক দুজনীৰ কথা বেছি মনলৈ আহিল। জামছেদৰ অবিহনে সিহঁতে চলিছে কেনেকৈ? পৃথিবীৰ

মানুহবোৰ ইমান অসহায় কিয় ?

আঠ ফেব্ৰুৱাৰী। ১৯৮৮ চন। সোমবাৰ। দুপৰিয়া ঘৰতে আছো। এনেতে বেল বাজিল। ওলাই গৈ চাওঁ যে পিয়নে ডাক আনিছে। চিনাকি পিয়ন।

ক'লে—"চাৰ এখন মনি অৰ্ডাৰ আছে।"

"মনি অৰ্ডাৰ ? কাৰ নামত ?"

"আপোনাৰ নামত কুৰি টকাৰ এই মনি অৰ্ডাৰ।"

এইবুলি টকা কুৰিটা পিয়নে উলিয়াই দিলে। চহী কৰি মনি অৰ্ডাৰ খন ললো। মনি অৰ্ডাৰৰ কুপনত লেখা খিনি পঢ়ি চালো, লেখিছে—

চৌধুৰী চাৰ,

মাফ কৰিব। পলম হ'ল। আপোনাৰ টকা কুৰিটা পঠিয়ালো।

—জামছেদ

মনি অৰ্ডাৰ পঠিওৱা তাৰিখ আছিল ২/২/৮৮।

মই অভিভূত হ'লো। মানুহৰ সততা আজিও দেখিছো নিশেষ হৈ যোৱা নাই।

জামছেদৰ প্ৰতি শ্ৰদ্ধাত মোৰ মূৰ দো খাই আহিল। মই ধনেৰে জামছেদক ঋণী কৰিছিলো। কিন্তু জামছেদে তাৰ সততাৰে মোক চিৰকালৰ বাবে ঋণী কৰি থৈ গ'ল। □

## মুনমীৰ মন

উনত্ৰিশ নৱেম্বৰ। ১৯৮৮ চন। ঠেটুৱা লগা জাৰ পৰিছে। সিদিনা উজনিৰ পৰা আহি নামিছো। প্ৰায় এঘাৰ মান বজাত। পুৰা গোটেই অসম জুৰি একে বতৰ। বৰষুণ। তাতে আকৌ ফেৰফেৰীয়া বতাহ।

আহোতে এটা দায়িত্ব লৈ আহিছিলো। নিজৰ নহয়—এজন চিনাকি লোকৰ। তেওঁ ডাকত দিবলৈ বিচৰা জৰুৰী চিঠি এখন মোৰ হাততে দিলে। গুৱাহাটীত থকা তেওঁৰ আত্মীয় এজনক দিবলৈ।

গুৱাহাটী পাই বৰ চিন্তিত হলো। এনে বতৰত আকৌ ওলাই যাও কেনেকৈ। তথাপি তিনিমান বজাত ওলাই গলো। চিঠিখন যথাস্থানত দি উভতিছো। বাটত মানুহ দুনুহ নাই। খুপি খুপি খোজ লৈছো। তাতো ৰক্ষা নাই। দুই এখন মটৰ গাড়ী আহি পানীৰ ফিচকাৰী মাৰে। বৰষুণ দিয়েই আছে। কিনকিনীয়া বৰষুণ। ফেৰফেৰীয়া বতাহ। ছাতিয়ে আগুৰিব নোৱাৰে। তথাপি ঘৰ বুলি উভতিছো। এনেদৰে আহি আহি বৰুৱাৰ হাউলীৰ সমুখ পালোহি। দেখিলো হলৌ চোলা এটা পিন্ধি বৰুৱাই সমুখৰ বাৰান্দাত তহল দি আছে। লোহাৰ জপনা খুলি সোমাই গলো। মোক দেখি বৰুৱা আচৰিত হল। তেওঁ চিঞৰি কলে—'আহক আহক। আপোনাক দেখিছো জাৰে জহে টলাব নোৱাৰে, আপোনাৰ অসীম শক্তি!'

ময়ো মাজ বাটৰ পৰাই প্ৰায় চিঞৰিয়েই কলো—"হেৰি এই শক্তি মই মোৰ নাতি-ন'বাৰ পৰাই পাইছো। সি চিঞৰি থাকে—শক্তিৰ কাৰণে মই হৰলিকচ্ খাওঁ।" এই বুলি ছাতিটো জপাই বাৰান্দাত উঠিলো। বৰুৱাই হাঁহি হাঁহি কলে—"এৰা চৌধুৰী। দূৰদৰ্শনৰ বিজ্ঞাপনৰ প্ৰভাৱ সকলোতে পৰিছে। এইবোৰ দেখি আমাৰ দেশত

যে খাদ্যৰ অভাব তাক ধৰিব নোৱাৰি। দূৰদৰ্শনে দেখিছো বৰ অদূৰদৰ্শিতাৰ কাম কৰিছে।" এনেদৰে আমাৰ মাজত আলোচনা চলিল। বৰুৱাই হঠাতে থমকি বৈ কলে—'বৰ আপোনাৰ আৰু অলপ শক্তি বঢ়াই দিওঁ।' এইবুলি তেওঁ 'মাণিক' মাণিক' কৈ চিঞৰিলে। এজন চেমনীয়া ল'ৰা লৰি আহি কাষত থিয় হ'ল। বৰুৱাই তাক দুকাপ 'হৰলিক্‌চ' আনিবলৈ কলে। আমাৰ কথাৰ মাজতে 'হৰলিক্‌চ' আহিল। খাই কিন্তু শক্তি বঢ়া যেন নালাগিল। মনে মনে 'আফছোচ হ'ল। কিয় হৰলিকচৰ কথা কলো। বৰুৱাৰ ঘৰত চাহকাপ সদায় উপাদেয় হয়। নিজৰ বাগিছাৰ চাহপাতৰ চাহ। খাই আমেজ লগা। মানুহ যে কৈ মৰে তাৰেই এক উদাহৰণ মোৰ গাত ফলিয়ালে।

আগগুৰি নোহোৱা আলোচনা চলিল। নাট, অভিনয়, সাহিত্য সংস্কৃতি, বৰ্ত্তমানৰ ৰাজনীতি, সন্ত্ৰাসবাদ, মাছৰ বেমাৰ সকলো বিষয়েই উত্থাপন হ'ল। এনেতে ভিতৰত ফোন বাজিল। বৰুৱাই 'বহককচোন' বুলি ফোন ধৰিবলৈ গ'ল। ক্ৰেপত নিয়া টেমাটো উলিয়াই ডবুৱা কটাৰীখনেৰে তামোল কুটিছো। এনেতে এজনী সৰু ছোৱালী আহি মোৰ ওচৰত থিয় হ'ল। বৰ মৰম লগা। ফুলটোৰ দৰে। বয়স পাঁচ ছয় বছৰ হ'ব। আহি প্ৰশ্ন কৰিলে—

'তুমি বুঢ়া মানুহ ?'

অ' মই বুঢ়া মানুহ।'

'তোমাৰ জাৰ লাগে ?'

'অ মোৰ খু-উ-ব জাৰ লাগে। দেখা নাই কেনেদৰে কাপোৰ লৈ আছিছো।'

এইবুলি মই এৰীচাদৰখন দাঙি দেখুৱালো।

ছোৱালীজনীয়ে সিমানতে নেৰিলে। পুনৰ জেৰা কৰিলে—"তোমাৰ লেপ আছে ?"

'আছে। লেপ লৈ শুই থাকো।'

'মোক তুমি লেপ এখন দিবা ?'

'দিম, কিয় নিদিম। তুমিও লেপ লৈ শুই থাকিবা নেকি ?'

'নহয় লেপখন মই মালীক দিম। সি বুঢ়া হৈছে। তাৰ লেপ নাই নহয়। তাক দিম। এনেতে বৰুৱা আহিল। ছোৱালীজনী পলকতে ভিতৰ সোমাল। মই বৰুৱাক সুধিলো 'এইজনী নাতিনী নহয়নে ? পিছে ল'ৰাৰ নে ছোৱালীৰ ফালৰ ?'

'অ এই মুনমীৰ কথা কৈছে ? মোৰ ল'ৰাৰ ফালৰ নাতিনী।'

'এইজনী কিন্তু অসাধাৰণ ছোৱালী দেই। ভালকৈ গঢ় দিলে—বৰ লায়কৰ ছোৱালী হ'ব।' এইবুলি তাই কোৱা কথাবোৰ বৰুৱাক কলো। মালীৰ কাৰণে লেপ এখন বিচৰাৰ কথাও কলো।

কথাষাৰ শুনি বৰুৱাই যেন বৰ ভাল নাপালে। তেওঁ কলে—'তাই ব-ৰ দুষ্ট হৈছে। তাইক দেখিছো চম্বালাই টান হৈছে। আপোনাকনো বাৰু তাই লেপ এখন খুজিব লাগেনে। এই দেখিছো ঘৰৰ মান-সম্মান শেষ কৰিব। তাই কি কৰে জানে ? খোজনীয়া মগনীয়া আহিলে তাই যি পায় তাকে দি দিয়ে। ফটা চিটা কাপোৰ পিন্ধা ল'ৰা-ছোৱালী দেখিলে তাই চকুপানী টোকে।'

'আমাৰ মালীজন পুৰণি। সি প্ৰায় ডেকাকালৰ পৰা আমাৰ ঘৰত আছে। আজি প্ৰায় ত্ৰিশ বছৰেই হ'ল নেকি ? তাক পোনতে পোন্ধৰ টকাদি ৰাখিছিলো। এতিয়া তাক মাহে দুশ টকা দিওঁ। সৌটো যে ঘৰটো দেখিছে—সেইটো তাৰ কাৰণেই বান্ধি দিছো। নিজে ৰান্ধি খায় যদিও সপ্তাহত পাচ ছয় দিন আমাৰ সাজতে খায়। বিহু সংক্ৰান্তিততো কথাই নাই।

সিদিনা কি কৰিলে জানে ? অলপতে তাইৰ মোমায়েক-মাহীয়েক আহিছিল। যাবৰ সময়ত তাইৰ হাতত টকা এশ দিলে। কিবা এটা কিনি লবলৈ।

মাকে টকা শ তাইৰ ডেৰেজতে সুমুৱাই থৈ দিলে। তাই কি কাণ্ড কৰিলে জানে ? তাই টকা শ নি মালীক দিলেগৈ লেপ এখন

কিনি লবলৈ। মালীজন বিশ্বাসী। সেয়ে সি আহি টকা শ মাকৰ হাতত গটাই দিলেহি। মাকে তাইক বকিলে—বাপেকে মাৰিলেও।"

কথাটো শুনি মোৰ সকলো উৎসাহ সেমেকি গল। তাইক মাৰিলে? "যাও" বুলি বৰুৱাৰ পৰা সিমানতে বিদায় ললো।

বাটত আহোতে মুনমীৰ কথাই ভাবি আহিলো। তাই লেপ এখন বিচাৰিছে। মালীৰ জাৰ গুচাবলৈ। দিব পৰা হলে ভাল আছিল। কিন্তু বৰুৱাৰ মালীৰ কাৰণে মোৰ লেপ দান কিবা আপচু কথা নহবনে? বৰুৱাৰ কি নাই। উচ্চ পদস্থ চাকৰিয়াল ৰূপে অৱসৰ লৈছে। দেউতাকে অগাধ সম্পত্তি এৰি থৈ গৈছে। তেওঁ তাৰ একমাত্ৰ উত্তৰাধিকাৰী। দিওঁ বুলিলে লাখ টকা দলি মাৰি পেলাই দিব পাৰে। তেওঁৰ মালীক লেপ দিবলৈ গলে—মানুহে মোক কি বুলিব? মই হাঁহিয়াতৰ পাত্ৰ নহম নে? তথাপি কিন্তু মুনমীৰ হাতত লেপ এখন দিবলৈ মোৰ মনে সকিয়াই থাকিল। কিন্তু নোৱাৰিলো। তেনে এটা কাম কৰিবলৈ মোৰ সাহসৰ অকুলন হ'ল।

** ** **

সিদিনা পাঁচ ডিচেম্বৰ। সোমবাৰ। আবেলি তিনিমান বজাত ওলাই গলো। উদ্দেশ্যবিহীন ভাবে। গৈ গৈ বৰুৱাৰ পদূলি মুখ পালোগৈ। বৰকৈ মনত পৰিল মুন্‌মীলৈ।

তাইক এবাৰ চাই যাওঁ বুলি সোমালো। বাৰান্দাত উঠি কলিং বেলটো বজালো। লগে লগেই বৰুৱাৰ বোৱাৰীয়েক ওলাই আহিল। মই একো কবলৈ নৌ পাওঁতেই তেওঁ নিজেই আৰম্ভ কৰিলে—আপুনি আহিছে? বহক—দেউতা নাই। কালি চিলঙলৈ গৈছে। দুই এদিনতে আহিব।

মুনমীয়ে সদায় আপোনাক বিচাৰি আছে। আপুনি বোলে তাইক এখন লেপ দিওঁ বুলি কৈছিল। তাই সদায় লেপ লৈ আপুনি আহিব বুলি বাট চাই থাকে। তাইক এনেদৰে লাই নিদিব। তাই বৰ বাঢ়িছে। এতিয়া স্কুলৰ পৰা আহিও সুধিছে লেপখন দিলে নেকি?

মই দিব বুলি কৈ থৈছো। আপুনি অহা বুলি শুনিলে তাই লৰি ওলাবহি। ৰব মই সেই দুৱাৰখন বন্ধ কৰি আহো। মই হাক দি কলো—'নালাগে, মই যাওঁ পিছত আহিম।' এইবুলি মই সিমানতে বিদায় ললো।

সাত ডিচেম্বৰ। বুধবাৰ। পুৱা তেতিয়া প্ৰায় ন মান বাজিছে। ভিতৰ চোতালত মূঢ়া এটাত বহি ৰ'দ পুৱাই আছো। এনেতে এখন মাৰুতী গাড়ী আহি মোৰ জপনাৰ মুখত ৰোৱা দেখিলো। চাওঁ যে যে বৰুৱা নামিছে। নামিয়েই তেওঁ 'চৌধুৰী আছেনে' বুলি চিঞৰিছে। ওলাই আহি বৰুৱাক কোঠাত বহিবলৈ অনুৰোধ কৰিলো। বৰুৱা নবহিল। বৰুৱাই বাৰান্দাতে থিয় হৈ কলে—'আপুনি বোলে মোক বিচাৰি গৈছিল। মই চিলঙলৈ গলো। এটা বৰ ডাঙৰ কাম লৈ। পিছে কামটো হ'ল।'

'কি কাম বৰুৱা?'

'মুন্‌মীৰ কথা লৈ। তাইক আৰু ইয়াত ৰাখিলে তাইৰ জীৱনটোৱেই নষ্ট হ'ব। সেয়ে চিলঙৰ এখন মিছন স্কুলত দিয়াৰ কথালৈ গৈছিলো। ৰেচিডেন্সয়েল স্কুলত থোৱাৰ ব্যৱস্থা কৰিলো। প্ৰিন্সিপালে মোৰ নাম শুনিয়েই মান্তি হ'ল। মোৰ ল'ৰা-ছোৱালী সকলো চিলঙতে পঢ়িছিল। তাইকো তাতে পঢ়ুৱাৰ ঠিক কৰিলো। আজি পুৱা মাক-বাপেকে তাইক লৈ চিলঙলৈ গ'ল। ঘৰখন তেনেই উদং উদং লাগিছে। তাইলৈকো বৰ মনত পৰিছে।

'সেয়ে এবাৰ ফুৰি আহো বুলি ওলালো।

'আপুনি মোক বিচাৰি যোৱাৰ কথা শুনি আপোনাক মাত দি যাওঁ বুলি সোমালো। যাওঁদেই আহিব। সময় পালে আহিব দেই।' এই বুলি বৰুৱা গাড়ীত উঠিল। গাড়ী এৰি দিলে। কেকুৰীটো পাৰ হোৱালৈকে মই সেইফালে থৰ হৈ চাই ৰলো। মুনমীৰ মুখখন মোৰ আগত ভাহি উঠিল। তাইৰ সেই কথাবোৰ বাৰে পতি মোৰ কাণত বাজিবলৈ ধৰিলে।

—"মোক এখন লেপ দিবা।"

"নহয় সেইখন মই মালীক দিম।" —মুনমীৰ মন বিকাশৰ কাৰণে এণ্ডিয়া চিলঙৰ নিবাসী স্কুলত থলেগৈ। মন বিকাশ? মুনমীৰ মন বিকাশত ককাক, মাক দেউতাকে সঠিক কাম কৰিলেনে? এইবোৰ কথা ভাবি মই ওৰ নোপোৱা হলো। মুনমীৰ এই নিবাস বনবাস বা কাৰাবাস নহয়নে? ছিঃ ছিঃ ময়ো মুনমীৰ মন বিকাশৰ ক্ষেত্ৰত এক হেঙাৰ স্বৰূপ হলো নেকি? এইবোৰ চিন্তাই মোক জুমুৰি দি ধৰিলে। মই ভাল বেয়া বিচাৰ কৰিব নোৱাৰা হলো। □

## স্মৰণীয় ভোজন

ভোজন ।।

আমাৰ ফকৰা যোজনাত আছে—জীৱ মানে মৰণ । আমি তাতে এষাৰ কথা যোগ দিব পাৰো । জীৱ মানে ভোজন । জন্মিয়েই কেচুৱাই মাকৰ গাখীৰ খায় । আনহাতে সোলা মুখৰ বুঢ়ায়ো মাংস খুন্দি খোৱা আমি নিজেই দেখিছো । এতেকে ভোজন সৰ্ব্বকাল জুৰি সৰ্বব্যাপি জীৱৰ মাজত বিৰাজমান । এগৰাকী ফৰাচী দাৰ্শনিকে কৈছিল—এক জাতিৰ ভাগ্য তেওঁলোকে কি খাই আৰু কেনেকৈ খাই তাৰ ওপৰত নিৰ্ভৰ কৰে ।

"Destiny of nations depends on what and how they eat." (SAVARIN). সিমানতে তেওঁ ক্ষান্ত নাথাকি কৈছিল—"Tell me what you eat and I will tell you what you are" অৰ্থাৎ "তুমি কি খোৱা যদি কোৱা তুমিনো কি মই কব পাৰিম ।"

দেখিছেনে ভোজনৰ লগত আমিবোৰ কেনেকৈ সাঙোৰ খাই আছো ।

ভোজনৰ এই প্ৰভাব আজিৰ নহয় । ই কোটিকলীয়া । আজিৰ পৰা প্ৰায় চাৰি শতিকাৰ আগৰ কথা । অৰ্থাৎ ষোল্ল শতিকাৰ কথা কৈছো । জাপানী সৈন্যই কোৰিয়া আক্ৰমণ কৰিছিল । তেওঁলোকৰ লগত নাগাছাকিৰ পৰা কিছুমান খৃষ্টিয়ান সৈনিকো আহিছিল । তেওঁলোকে ৰণলৈ আহোতেও নিজৰ জুতিৰ বন্ধন-পটু বান্ধনী লগত লৈ আহিছিল হেনো । সেই বান্ধনীয়ে বন্ধনত জুতি বঢ়াবলৈ কিছু মছলা লৈ আহিছিল । এই মছলা আছিল জলকীয়াৰ গুৰা । অৰ্থাৎ আজিৰ প্ৰচলিত কাশ্মিৰী মিৰিচৰ দৰে । এই মছলাৰ গুৰিতে হল

আমাৰ জলকীয়া। এবা,—জলকীয়াৰ শক্তি আৰু প্ৰভাব যুগে যুগে জাতিয়ে জাতিয়ে তাহানিতে যি আছিল আজিও সেয়ে আছে। ভাজনত এই জলকীয়াৰ প্ৰভাব অকল দেশজুৰি বুলিলে সঠিক কোৱা নহয়। ই বিশ্বজুৰি, আমাৰ সমাজতো ইয়াৰ গুৰুত্ব বৰ বেছি। ভোজনৰ কাৰণে পাত পাৰাৰ পিছতে ই পাতত নপাৰিলে ভোজনৰ শোভা নাবাঢ়ে। জুতিও নুঠে। সেয়ে আমাৰ নামনি অসমত ইয়াক "ভোজন ঠেলা" নামেৰে বিভূষিত কৰিছে। জলকীয়াৰ প্ৰভাব বিশ্বজুৰি।

তাহানি এবাৰ গ্ৰীক জাহাজত বিদ্ৰোহ হৈছিল। এই বিদ্ৰোহ কৰিছিল জাহাজত কাম কৰা খালাচীসকলে। এই খালাচী সকল আছিল কোৰিয়াৰ। দলপতিজন আছিল গ্ৰীক। তেওঁ ভোজনত জলকীয়া বা জলাৰ ব্যৱহাৰ বন্ধ কৰি দিছিল। স্বাস্থ্যৰ কাৰণে। কিন্তু কোৰিয়াৰ লোকসকলৰ ভোজনত জলকীয়া লাগে। তাৰ বাবেই এক বিৰাট ভোজন বৰ্দ্ধন আন্দোলন বা বিদ্ৰোহ হোৱাৰ কথা শুনিছিলো।

দ্বিতীয় মহাযুদ্ধৰ সময়তো ভোজনৰ কাৰণে এক বিৰাট বিদ্ৰোহ হোৱাৰ কথা কাগজত পঢ়িছিলো। গল্ডক'ষ্টৰ জাহাজ উলটিল। আটলাণ্টিক মহাসাগৰত তেতিয়া শত্ৰুৰ শিহু জাহাজে এক ভয়াবহ পৰিস্থিতিৰ সৃষ্টি কৰিছিল। সেই ভয়াবহ পথ নেওচি ইংৰাজৰ নৌ বাহিনী গল্ডক'ষ্টত সগৰ্ব্বে উপস্থিত হ'ল। কিন্তু তেওঁলোকে আহি জেদ ধৰিলে। তেওঁলোকক এতিয়া ভোজনৰ বাবে নৰৱেৰ ভাপত সিজোৱা মাছ লাগে। নহলে তেওঁলোকে ভোজন নকৰে। তেতিয়া নৰৱে জাৰ্ম্মানৰ হাতত। মিত্ৰপক্ষই তাত প্ৰবেশ কৰিব নোৱাৰে। এতেকে তাৰ পৰা এই পদ বস্তু আহাৰ কথা নুঠে। তথাপি তেওঁলোকে জেদ নেৰে। তেওঁলোকক এই খাদ্য লাগিবই। বিদ্ৰোহ-অব্যাহত থাকিল। কৰ্ত্তৃপক্ষই বিদ্ৰোহ শাম কটোৱাৰ কথা বিবেচনা কৰি—তেনে ভাপত সিজোৱা মাছ কেনাৰী দ্বীপৰ পৰা উভেনদীকৈ

আনি দিলে। কিন্তু বিদ্রোহীসকল সেমান নহয়। অযথা জেদ। তথাপি এই জেদ লৈয়ে এক বিৰাট বিদ্রোহ সংগঠিত হৈছিল। বিদ্রোহৰ মূল কাৰণ হ'ল ভোজন।

সেয়ে ভোজন সকলোৰে কাৰণে হলেও ৰুচি আৰু সুৰুচিৰ কথাও আছে। সেয়ে হয়তো আমাৰ আহোম স্বৰ্গদেউসকলেও কোনো এক নিৰ্দ্দিষ্ট পথাৰৰ জহা আৰু দৰিকা নৈৰ পাভ মাছ ভোজনত হেনো বিশেষ ৰুচি পাইছিল।

এনেদৰে ভোজনৰ বিষয়ে এখন মহাভাৰত সংকলন কৰিব পাৰি। কিন্তু মোৰ শিতান—"মোৰ স্মৰণীয় ভোজন"হে। দেশ-বিদেশৰ ভোজনৰ কথা নহয়। সেয়ে সেইবোৰ সামৰি নিজৰ শিতানলৈ আহো।

পিন্ধনত নহলেও মোৰ ভোজনবিলাসী বুলি এটা নাম বা বনদাম আছে। তাহানি এম-এল-এ থকা কালত ভোজখোৱা এম-এল-এ বুলি এটি উপকৰা নামো পাইছিলো। কিন্তু সেই নাম স্থায়ী নহল। এবাৰ আকৌ আমাৰ ৰাজ্যৰ ৰাজ্যপালৰ অনুগ্ৰহত বহিখোৱা বিধায়ক স্বৰূপে চিনাক্ত হৈছিলো।

সৰুৰে পৰাই লগ-ভাত খোৱাত মোৰ বিশেষ ৰাপ আছিল। মা বা পেহীহঁতক আমনি কৰি কেতিয়াবা আমাৰ গাঁৱৰ ঘৰৰ আগচোতালতে লগ-সমনীয়াৰে ভোজ-ভাত খোৱাৰ কথা আজিও মনত পৰে। তদুপৰি মাঘ বিহুত ভেলাঘৰৰ ভোজ, ম খোৱাৰ ভোজ, সিদিনালৈকে উপভোগ কৰিছিলো। স্কুলীয়া দিনত লগ সমনীয়াৰে চাইকেল চলাই গৈ বশিষ্ঠাশ্ৰমত ভোজভাত খোৱাটো এক প্ৰকাৰ বছৰেকীয়া উৎসৱৰ দৰে আছিল। দীনা বাপুৰ বন্ধনৰ জুতিও বহুদিন ধৰি ভোগ কৰিছো। শেষত পৌৰপিতা, এম-এল-এ, মেয়ৰ, মন্ত্ৰী হৈ থকা কালত বৰ বৰ ভোজ খোৱাৰ কথাও আছে। বাটৰ ধাবা হোটেল আদিতো কত দিন বন্ধনৰ জুতি চাকি চাইছো। ভোজৰ নিমন্ত্ৰণ হেনো উপেক্ষা কৰিব নাপায়।

কথাযাৰ মোৰ নহয়—মহেন্দ্ৰ মোহন চৌধুৰী দেৱৰ। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী চৌধুৰীৰ কথা কৈছো। এবাৰ তেওঁৰ লগত যোৰহাটলৈ গৈছিলো। আমি চাৰিজন আছিলো। উদ্দেশ্য ধন বোটলা। 'লাচিত বৰফুকন' কথাছবিৰ কাৰণে। তেতিয়া তেওঁ বিধান সভাৰ অধ্যক্ষ। ই দুজনাৰ কথা এৰিলো। দুয়ো আছিল কংগ্ৰেছ কৰ্মী। তেতিয়া মই নিৰমুৱা শিল্পী আৰু কংগ্ৰেছ বিৰোধী দলৰ সভা। যোৰহাটলৈ গৈ আমি পোনতে চাৰ্কিট হাউছত উঠিছো। এনেতে এজন বৰপেটাৰ ডেকা আহিল। ইঞ্জিনিয়াৰ। চাৰ্কিট হাউছৰ কাষতে তেওঁৰ নিবাস—তেওঁ গধূলিৰ সাজ তাতে খাবলৈ অনুৰোধ কৰিলে। আমাৰ হৈ চৌধুৰীয়েই সমৰ্থন জনালে। পিচত ওলাই গৈ আন এজনৰ ওচৰ চাপিলো। তাতে গৃহস্থই কম দিয়াৰ প্ৰতিশ্ৰুতিতো দিলেই, ৰাতিৰ সাজ খাবলৈকো মাতিলে। তাতো চৌধুৰীদেৱে আমাৰ হৈ সন্মতি জনালে। আৰু দুজনৰ ঘৰতো সেই একেই কথা। ভাতৰ নিমন্ত্ৰণ। মই বাটত তেওঁক সকিয়ালো—"এইটো অন্যায়। কতই এসাজ খাব পোৱা নাই—আমি এতিয়া মিছাতে চাৰিঘৰত চাৰি সাজ খাব লাগিবনে? তেওঁ কলে—"এইটো পুৰণি ৰীতি। আগতেই আমি কথা দিলে বেলেগ কথা আছিল। গৃহস্থই উত্থাপন কৰাৰ পিছত উপেক্ষা কৰিব নোৱাৰি।" লক্ষ্মীচাড়া হয়। সৰস্বতীতকৈ লক্ষ্মীৰ লগত মোৰ বিবাদ বেছি। লক্ষ্মীয়ে কোনোদিন মোক মোৰ বোলা নাই। তথাপি থকা খিনিও হেৰুৱাৰ ভয়ত মই তাৰ অন্যথা কৰিব নোৱাৰিলো। এইটো কুসংস্কাৰ জানো। তথাপি এই কুসংস্কাৰেই মোৰ মনত দকৈ ঠাই ললে। সেয়ে ভাতৰ নিমন্ত্ৰণ সম্বন্ধে উপেক্ষা কৰাৰ কথা মোৰ মনত নপৰে। কিন্তু জিভাৰ দৰে বিশ্বাসঘাটক সংসাৰত কম। পুৱাৰ সাজ ভোজনৰ জুতি নিশালৈ মনত পেলাব নোৱাৰি। জিভাই জুতি লয় সঁচা—কিন্তু জুতি ধৰি নাৰাখে। ভোজনৰ জুতি ধৰি ৰাখে মনে। মোৰ মন কপোঁৱা ভোজন এটিৰ কথা কোৱাৰ লোভ সামৰিব নোৱাৰিলো। হয়তো

আজিলৈকে এইটোয়েই মোৰ স্মৰনীয় ভোজন।

দয়াৰাম ! দয়াৰামৰ নিমন্ত্ৰণৰ কথা আজিও মোৰ মন জুৰি আছে।

তেতিয়া মই ৰাজনৈতিক মঞ্চৰ অভিনেতা। ১৯৫২ চন। ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচন। ময়ো প্ৰাৰ্থী হৈছো। দিল্লীৰ লোকসভাৰ কাৰণে। গুৱাহাটী সমষ্টিৰ পৰা। ছচিয়েলিষ্ট দলৰ প্ৰাৰ্থী স্বৰূপে। কিন্তু কংগ্ৰেছ প্ৰাৰ্থী ৰোহিনী কুমাৰ চৌধুৰীৰ হাতত পৰাজিত হলো। কিন্তু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত মোৰ প্ৰতি ৰাইজে বিপুল সমৰ্থন আগবঢ়ালে। সেয়ে এইবোৰ অঞ্চলৰ ৰাইজৰ লগত এক হৈ মিলি গলো। ঘনাই এইবোৰ অঞ্চললৈ যাওঁ। বিয়া, সবাহ, যাত্ৰা, অভিনয় সকলোতে যোগ দিওঁ। তদুপৰি কৃষক সংগঠন, ৰাজহুৱা দাবী লৈ সভা পাতি বক্তৃতা দিওঁ। এদিন হঠাতে দয়াৰামৰ লগত ভেটাভেটি হওঁ। কমলপুৰৰ এছ-ডি-চি অফিছৰ সন্মুখত থকা বৰ গছৰ তলত। দয়াৰামে পলকতে আহি এখন তামোল মোৰ ফালে আগবঢ়ালে। তামোলখন দি তেওঁ আঁতৰিব ধৰোতেই মই চিঞৰি সুধিলো - তোমাৰ নাম কি, ভাইটী।

তেওঁ দূৰৈৰ পৰাই চিঞৰি কলে—দ-য়া-ৰা-ম।

দিন পাৰ হল—বছৰো বাগৰিল। ১৯৫৭ চনত আকৌ নিৰ্ব্বাচনৰ বতৰ পৰিল। এইবাৰ পুনৰ প্ৰাৰ্থী হলো। লোকসভা এৰি বিধান সভাৰ বাবে কমলপুৰ সমষ্টিত। ছচিয়েলিষ্ট গুচি দলৰ নাম হল প্ৰজা ছচিয়েলিষ্ট পাৰ্টি। সেই সময়ত কংগ্ৰেছৰ বাহিৰে আন প্ৰাৰ্থীৰ গাড়ী ঘোঁৰা কম। চাইকেলেৰে বা খোজ কাঢ়ি ভোট বিচাৰিছো। গাঁৱে গাঁৱে গৈছো। ঘৰে প্ৰতি সোমাইছো। এনেদৰে ফুৰোতে—দয়াৰাম হঠাৎ আগত ওলায়। তামোলৰ টোপোলা থাকে। হাতত টোপোলা দি পলকতে আঁতৰে। মোৰ যে তামোলৰ প্ৰতি দুৰ্ব্বলতা আছে—দয়াৰামে কেনেকৈ জানিলে—ভাবি পাৰ নাপাওঁ।

দয়াৰাম দেখাত ধুনীয়া। ওখ-পাখ-বগা। চুলিকোছাও কেকোঁৰা। ভাবিছিলো মোৰ লগত যাত্ৰা বা অভিনয় কৰাৰ চেষ্ট।

কিন্তু সময়ত সিও মিছা বুলি প্ৰমাণিত হল। দয়াৰামৰ তেনে নিচা নাই।

তেতিয়া নিৰ্ব্বাচনত কংগ্ৰেছৰ ক্ষমতা উৰ্দ্ধত। ধন, জন, গাড়ীৰ অভাব নাই। তদুপৰি তেওঁলোকে শাসনৰ গাদীত অধিষ্ঠিত। সেয়ে নিজৰ দলীয় লোক নহলে প্ৰচাৰ চলোৱা লোকৰ সংখ্যা তাকৰ। তাতোকৈ কঠিন কাম 'এজেণ্ট' নিযুক্তিত। অ'ৰ কৰ্মী নি ত'ত নিয়োগ কৰিব লাগে। এদিন আমাৰ কৰ্ম্মীসকলৰ আগত 'দয়াৰাম'ক এঠাইত এজেণ্ট নিযুক্তি দিয়াৰ কথা তুলিলো। কৰ্ম্মীসকলে হাঁহি দিলে। এজন বয়োজ্যেষ্ঠ কৰ্ম্মীয়ে কলে—"বৰ পাতল মনৰ চলি। দায়িত্ব নুবুজে। যি কাম পাৰিম বুলি শলাগিব, কিন্তু সময়ত দেখিব—ভোটৰ দিনা সি, হয়তো লখেতৰাত বৰশী বাই থাকিব।"

তেতিয়াৰে পৰা দয়াৰামৰ কথা সমাজত উলিয়াবলৈ এৰিলো। কিন্তু দয়াৰামক লগ পাবলৈ মোৰ মন যায়। লগো পাওঁ। কিন্তু কথা পাতিবৰ সুবিধা নাপাওঁ। কেতিয়াবা দয়াৰামক লখেতৰাৰ পাৰত অকলে ঘূৰি ফুৰা দেখো—কেতিয়াবা কমলপুৰৰ গধূলি বজাৰৰ এচুকত অকলশৰীয়াকৈ এফালে থিয় হৈ থকাও দেখিছো। কেতিয়াবা বাই-হাটা চাৰিআলিৰ চাহৰ ভাতৰ দোকানত।

এদিন সেই সময়তে বৰাগোগ গাঁৱৰ পৰা উভতিছো। চাংসাৰীত বাছ ধৰিবলৈ। লগত কন্দৰ্পেশ্বৰ গোস্বামী আৰু বলো ডেকা। পথাৰেৰে পোনাইছো। এনেতে মাজ পথাৰত দেখিলো দয়াৰাম। নৰাৰ মাজে মাজে কিবা যেন বিচাৰি ফুৰিছে। ওচৰ পাই দয়াৰামক সুধিলো—"অকলে ইয়াত কি কৰিছা"। তেওঁ অস্বাভাৱিক এটা উত্তৰ দিলে—"বদ চাইছোঁ"।

আমি তিনিও হাঁহিলো। আমাৰ হাঁহি শুনি তলমূৰ কৰি ৰ'ল। দয়াৰামৰ কামিজৰ জেপত কিবা এটা কাকতৰ টোপোলা ওলমি আছে। সুধিলো—সেইয়া জেপত কি?

"পুথি", দয়াৰামে উত্তৰ দিলে। কি পুথি চাওঁ বুলি জোৰাত

পুথিখন উলিয়াই মোক হাতত দিলে।

এৰা পুথিয়েই হয়। আগৰ আৰু পিছৰ কেইখনমান পাত নথকা এখন পুথি। "ওমৰতীৰ্থ"। যতীন্দ্ৰ নাথ দুৱৰা দেৱৰ "ওমৰ তীৰ্থ"।

"এইখন পুথি পঢ়ি ভাল পোৱা নেকি?" মুখেদি একো নকলেও দয়াৰামৰ হাঁহি আৰু চাৱনিত তাৰ মনৰ কথা বুজি পালো। এইখন পঢ়ি দয়াৰামে ভাল পায়।

বলো ডেকাই গেঙেৰি মাৰি কলে—"ইহ বৰ পণ্ডিতটো ওলাইছে। ক বুলিব নোৱাৰে, ৰত্নাৱলী পঢ়ে।"

আমি দয়াৰামক এথি পুনৰ খোজ ললো। এইবাৰো নিৰ্ব্বাচনত পৰাজিত হলো, কমলপুৰলৈ আহ-যাহ অলপ কমিলেও একেবাৰে এৰা নপৰিল। মাহেকে পষেকে এবাৰ কমলপুৰৰ ফালে নগলে মন পাতল নালাগে। তদুপৰি থানেশ্বৰ, ভবেশ কলিতা, হুচেইন আলি খণ্ডকাৰ আদিৰ পৰা আমন্ত্ৰণ আহে। মনৰ মানুহবোৰক লগ পোৱাৰ উদ্দেশ্যেই কমলপুৰৰ বিভিন্ন অঞ্চললৈ যাওঁ। দয়াৰামক তেতিয়াও বাটে পথে পাওঁ। সেই একে কথা, তামোলৰ টোপোলা যচাত দয়াৰামে কাৰ্পণ্য নকৰে।

১৯৬২ চন। আকৌ নিৰ্ব্বাচনৰ বতৰ পৰিল। বন্ধু বান্ধৱৰ কাকুতি উপেক্ষা কৰি—এইবাৰ নিৰ্ব্বাচনত প্ৰাৰ্থী হোৱাৰ পৰা বিৰত থাকিলো। সেইবুলি দায়িত্ব নকমিল। দলৰ প্ৰাৰ্থী আছে বিধান সভাতো। লোকসভাৰতো আছেই। হেম বৰুৱা। হেম বৰুৱা দলৰ প্ৰধান নেতা। সমগ্ৰ অসম ঘুৰিব লাগে। কামৰূপ, দৰং, বাইকৈ চিপাঝাৰ, মঙ্গলদৈ আৰু টংলা আদিলৈ মোৰ সীমা, বৰুৱাৰ সীমা প্ৰদেশ জুৰি।

এইবাৰ ধীৰে সুস্থিৰে নিৰ্ব্বাচনৰ সভা সমিতিত যোগ দিছো। এনেদৰে ঘুৰোতে প্ৰায়েই দয়াৰামক দেখো। কেতিয়াবা তেওঁৰে কথা পাতিলে আমাৰ দুই এজনে কয়— ইস্, চৌধুৰীয়ে ভাল ল'ৰাজনৰ

লগত কথা পাতে। তাৰ মূৰত আছে কিটো? সি কিবা কথা পতাৰ লায়কৰ নে?

হেম বৰুৱাক দয়াৰামেৰে চিনাকি কৰি দিছিলো। দয়াৰামৰ জেপত "ওমৰতীৰ্থ" থকাৰ কথাও কৈছিলো। তেতিয়া বৰুৱাই কৈছিল— "এইবোৰ কবি-প্ৰাণ। পৰিবেশৰ কাৰণে জয় পৰি আছে। ভাল বীজ বকযাণিত পৰি নষ্ট হোৱাৰ দৰে। ভাল সাৰ গোবৰ দিলে সেইবোৰ জকমকাই ফুলিব।"

দয়াৰামৰ প্ৰতি বাইজৰ অৱহেলা, সমনীয়া চামৰ কটূক্তি শুনি মোৰ মনে ওলোটা পথ ল'লে। দয়াৰামলৈ মোৰ দয়া উপজিল। তাক মৰম কৰিবৰ মন যোৱা হল। কিন্তু ইমান হেঙাৰ কাঁইট নেওচি তাক আদৰ কৰাৰ কথাত মই বেয়া ধৰণে পৰাজিত হলো। দয়াৰামে কিন্তু নিজৰ স্বভাব নেৰিলে। যতেই সুৰুঙা পাই পলকতে তামোলৰ টোপোলা দি আঁতৰি যায়, দয়াৰামৰ মনটো বুজিবলৈ মোৰ মন উচপিচ কৰা হল। কিন্তু নোৱাৰিলো। সেইদৰেই দিনবোৰ পাৰ হল।

এইবাৰ পুনৰ প্ৰাৰ্থী হলো। ১৯৬৭ চনত। কমলপুৰ বিধান সভাৰ আসনৰ বাবে। আহ যাহ ঘন হল। পোনতে চাইকেল আৰু আৰু খোজ কাঢ়িয়েই প্ৰচাৰ চলালো। তেতিয়া কমলপুৰত আমাৰ দলৰ কৰ্ম্মী বাঢ়িছে। লোক সভাৰ প্ৰাৰ্থী হেম বৰুৱা। ইতিমধ্যে তেওঁ সকলোতে সমাদৃত। এটা ভোট তেওঁৰ কাৰণে আগ কৰা আছেই— আনটো ভোট কাঢ়ি আনিব লাগে। শেষত পোন্ধৰ দিনৰ কাৰণে এখন গাড়ীও ল'লো— গাড়ীৰ চালক আৰু মালিক এজনেই। ধীৰেণ চৰকাৰ। ধুবুৰীৰ ফালৰ। ডেকা, তজবজীয়া— মই সাজু নহওঁতেই তেওঁ সাজু হৈ ওলায়। ৰাতি ওভতো। কেতিয়াবা কমলপুৰতেই বাহৰ পাতো।

বাটে ঘাটে দয়াৰামক দেখা পাওঁ। মাত কথা হবলৈ সুযোগ নাপাওঁ। ডেকা কৰ্ম্মীসকলে দয়াৰামক উপলুঙা কৰে। সেয়ে ইচ্ছা থকা সত্বেও দয়াৰামক গাড়ীত তুলি লব নোৱাৰো।

এদিন গোবিন্দপুৰত পুৰাৱ ভাগতে সভা পাতি ভৰ দুপৰীয়া উভতিছো বাইহাটা চাৰিআলিলৈ বুলি। এনেতে দেখিলো— দয়াৰাম। হাতত বৰশী লৈ পথৰুৱা বাটেদি বেগ দিছে। গাড়ীত থকা ডেকা কৰ্ম্মী এজনে চিঞৰিলে– "হেৰৌ দেখিছ দয়াৰাম বৰশী লৈ লখৈতবালৈ গৈছে। এইবাৰ বা বৰশীত কাক লগায়।" সকলোৱে গিৰ্জনি পাৰি হাঁহিলে। মই কিন্তু এই কৌতুকৰ কথা একো বুজিব নোৱাৰিলো। সুধিলো—দয়াৰাম বৰশী বোৱাত বৰ পাকৈত নেকি ?

কোনেও একো নকলে স'চা--কিন্তু আটাইকেইজনে হাঁহিলে। দয়াৰামৰ কথা শুনি মই আৰু আমনি নকৰিলো। নিৰ্ব্বাচনত এইবাৰ জয়ী হলো। বৰুৱা দ্বিতীয়বাৰ জয়ী হল। জয়ৰ আনন্দ প্ৰাৰ্থীতকৈ কৰ্ম্মীসকলৰ বেছি হয়। সেইটো আগতেও অনুভৱ কৰিছিলো। এইবাৰ নতুন অভিজ্ঞতা হল। ৰথীক লৈ সাৰথীৰ আনন্দ অপাৰ হয়। ধীৰেণ চৰকাৰৰ আনন্দ আৰু উৎসাহ দেখি মোহিত হলো। তেওঁ কলে– "চাৰ। পোন্ধৰ দিনৰ কাৰণে মোলৈ গাড়ীৰ ভাড়া দিব নালাগে। কেৱল তেল দিলেই হব। কমলপুৰৰ বিভিন্ন অঞ্চলৰ লোক সকলক লগ পাই আহো বলক।" একেবাহে-কেইবাদিনো গাওঁবোৰলৈ গৈ সেৱা আৰু কৃতজ্ঞতা জনালো। দুই এঠাইত সম্বৰ্দ্ধনা সভাবো আয়োজন হল। মোৰ লগত আমাৰ ডেকা কৰ্ম্মী খগুকাৰ সদায় মোৰ ছাঁৰ দৰে লগৰী হয়।

এদিন সোনেশ্বৰত পুৰাৱ ভাগতে সম্বৰ্দ্ধনা সভাৰ আয়োজন হল। তাত উপস্থিত হৈ ৰাইজৰ আশীৰ্ব্বাদ বিচাৰিলো। তাতেই দুপৰীয়াৰ সাজ খাই উভতিলো। কমলপুৰৰ ডাক বঙলাত উঠিলোহি। খগুকাৰে কলে– "আপুনি অলপ জিৰণি লওক। মোৰ অলপ ইয়াত কাম আছে।" এই বুলি খগুকাৰ গললৈগে। ধীৰেণে ধুলিৰে ঢাক খোৱা গাড়ীখন একাষৰীয়া কৰি চাফা কৰাত লাগিল। মই অকলশৰীয়া হৈ বাৰান্দাতে বহি ৰলো। এনেতে নঙলাৰ মুখত দেখিলো দয়াৰাম, তেওঁ সাউৎকৰে ভিতৰ সোমাল। মোৰ কাষ চাপি সচৰাচৰ দিয়াৰ দৰে তামোল এখন আগবঢ়াই দি নিশাৰ সাজ তেওঁৰ ঘৰত খাবলৈ নিমন্ত্ৰণ

জনালে। মই হতভম্ব হলো। কলো—আজি মই সোনকালে উভতিম। বাতি সাজ খাবলৈ—দয়াৰামে ওপৰতে ধৰিলে—চকা ডুবাৰ লগে লগেই আমাৰ যোগাৰ হব।

দয়াৰামৰ কথা কম। বেছি কথা কব নোৱাৰে। চকু-মুখে তেওঁৰ অন্তৰৰ কথা বুজায়। মোৰ মহেন্দ্ৰ চৌধুৰীৰ কথা মনত পৰিল।

"ভাতৰ নিমন্ত্ৰণ উপেক্ষা কৰিব নাপায়।" মই পুনৰ এটা কথা তুলিলো— আমি তিনিজন আছো। খগুকাৰ, মই আৰু ধীৰেণ।

"তিনিওৰে হব।" এই বুলি দয়াৰাম পোনেই নওলাৰ মুখে খোজ ললে।

মই চিঞৰি কলো— "দয়াৰাম। তুমি কিন্তু আমাক নিবলৈ আহিবা। নহলে তোমাৰ ঘৰ বিচাৰি উলিওৱাত টান হব।"

দূৰৰ পৰাই দয়াৰামে মূৰ জুপিয়াই বেগেৰে খোজ ললে।

মই দয়াৰামে দি যোৱা তামোলখন মুখত ভৰাই বওলাৰ একাষৰ পথাৰত ঘূৰি গাটো টঙাইছো, ধীৰেণে মটৰখন চালি জাৰি—বহি জিৰণি লৈছে। এনেতে খগুকাৰক বৰ বেগাই অহা দেখিলো—তেওঁ আহিয়েই অপৰাধীৰ দৰে কলে—"পলম হল নহয়? কিন্তু আৰু এজনক লগ ধৰিবৰ সময়েই নহল। আপোনাৰ যোৱাত পলম হয় বুলি।"

মই কলো—"আমাৰ যোৱাত পলম হব। দয়াৰামে ভাত খাবলৈ মাতিছে।"

"কোন দয়াৰাম?"

"তুমি নিচিনিবা। মোৰ পূৰণি বন্ধু। সগলেই নহয়—তোমাকো মাতিছে। ফুট গধূলিতে খাই যামগৈ।"

তেওঁ গুজৰি উঠিল—"মই ইমান সোনকালে ভাত খাব নোৱাৰো। দুপৰীয়াৰ সাজেই হজম হোৱা নাই। মই নাযাওঁ। আপোনাৰ এই অভ্যাসটো এৰক। নিৰ্ব্বাচনৰ সময়ত কম নিমন্ত্ৰণ খালেনে? ভাতৰ কথা কলেই আপুনি এৰিব নোৱাৰা হয়। আপুনি যাওক। মই এই সন্ধ্যাতে সিজন লোককো লগ ধৰি আহো।"

"বাক হব। ৭ বজাৰ লগে লগে উভতিম। সময় মতে আহিবা কিন্তু।" খণ্ডকাৰ গললৈ।

চকা ডুবাৰ সময়তে দয়াৰামে আহি নওলাৰ মুখত হাজিৰ হল। মই ধীৰেণক গাড়ীখন আনিবলৈ কলো। কিন্তু তাত বিজুতি লাগিল। দয়াৰামে কলে—তেওঁৰ ঘৰলৈ গাড়ী নিয়া টান হব। সৰু কেঁচা আলি। মাজে মাজে দুই এঠাইত খৰাভঙাও আছে। ধীৰেণক টৰ্চটো আনিবলৈ কলো। ধীৰেণে টৰ্চটো আনি মোৰ হাতত দিলে। টৰ্চটো লৈ "ধীৰেণ আহা— ভাত খাই আহো" বুলি তিনিও খোজ ললো।

দযাৰামক আজিয়েই এনেদৰে অকলশৰীয়াকৈ পাইছো? সুধিলো— "দয়াৰাম তোমাৰ ঘৰত কোন কোন আছে।"

"মই আৰু পৰিবাৰ। আই সৰুতেই ঢুকাল। আজি চাৰি বছৰ মান হল—পিতাও মৰিল।"

"তুমি বিয়া কৰালা কেতিয়া?"

"এইবাৰ বহাগ বিহু পৰিলে ছয় বছৰেই হব।"

"তোমাৰ ল'ৰা-ছোৱালী?"

"নাই"। কথাষাৰ কওঁতে দয়াৰামৰ বুকুত কিবা এটাই খুন্দা মৰা যেন লাগিল।

কথাৰ আঁত হেৰাল। দয়াৰামক সুধিবলৈ মোৰ কথা নোহোৱা হল। মতভৰ কথা পাতি আগুৱালো। প্ৰায় দহ মিনিট অন্তৰ পিছত দয়াৰামৰ ঘৰৰ সম্মুখ পালোহি। দয়াৰামৰ পৰিবাৰে আমাক গোসাঁই আদৰাৰ দৰে আদৰিলে। আমি তেওঁলোকৰ ঘৰত বহিলোগৈ।

ভিতৰৰ পৰা দয়াৰামৰ পৰিবাৰে প্ৰায় চিঞৰি সুধিলে— "চাহ খাহাম নেকি?" দয়াৰামৰ পৰিবৰ্ত্তে ময়ে উত্তৰ দিলো— "নালাগে। ভাত দিয়া। যি হৈছে তাকে দিয়া। সোনকালে উভতিব লাগে। গুৱাহাটীলৈ যাম।"

পদূলিত আদৰোতে দয়াৰামৰ ঘৈণীয়েকক মাটি-চাকিৰ পোহৰত

চকামকাকৈ দেখিছিলো। মুখখন বৰ মৰম লগা। গঠন সুন্দৰ। চকুজুৰি বৰ ধুনীয়া। মুখত হাঁহি লাগি থকা। কিন্তু বৰণ দয়াৰামতকৈ গোমা।

ভাতৰ যোগাৰ হল। পাতত বহিলোগৈ। দুখন কাঁহীত ভাত সজাই দুয়োকে দুমুৰে দিছে। মাজত গছা পাতি কুঁপি-চাকি এটা জ্বলাই থৈছে। বহিয়েই সুধিলো— "দয়াৰাম তুমি নবহা নেকি ?"

দয়াৰামে উত্তৰ নিদিওঁতেই তেওঁৰ গৃহিণীয়েই উত্তৰ দিলে— "আপোনালোক গবুলিৰ অতিথি। সাক্ষাৎ নাৰায়ণ। আগতে নাৰায়ণ পূজা— পিছতহে ভকতৰ ভোগ।" সুধিলো—"তোমাৰ নাম কি ?"

"লাহি। কিন্তু আচল নাম পাৰ্ব্বতী। আপুনি খুৰা মোক লাহি বুলিয়েই মাতিব।"

এই বুলি তেওঁ ওচৰতে বহি আমাৰ পৰিবেশনত লাগিল। ঘনে পতি মোক ভাত আৰু পানীলাও ভাজি দিয়ে। মই বাধা নিদিওঁ, কথাৰ লাচতে খাই গৈছো। ধীৰেণে কিন্তু বাধা দিয়ে— "নিদিব নিদিব"কৈ চিঞৰি উঠে।

ওচৰত হাতযোৰকৈ থিয় হৈ থকা দয়াৰামক সুধিলো—"আজিকালি 'ওমৰতীৰ্থ' পঢ়ানে নপঢ়া ?"

কিন্তু লাহিয়েই উত্তৰ দিলে—"অ সেইখন, সেইখন তেওঁৰ বেদ—মহাভাৰত। জোটাই জোটাই পঢ়োতে পঢ়োতে এতিয়া কণ্ঠস্থ হৈছে। দিনে নিশাই গুণগুণাই মাতি থাকে।" লাহিৰ উত্তৰবোৰ স্পষ্ট। কথা কোৱাৰ ভঙ্গীও মোহনীয়, চকুৱে মুখে হাঁহি সনা। কথাবোৰো হাঁহি মিহলোৱা, কিবা মিঠা-মিঠা লাগে। কথাৰ লগে লগে কাঁহীত ভাত-লাও ভাজি দি "খাওক খুৰা। ঘৰত একোৰে যোগাৰ নাছিল। বাৰীত পানীলাও দুটামান আছিল বুলিহে, ভালকৈ ৰান্ধিব নোৱাৰিলো। ঈশ্বৰে যদি আকৌ এবাৰ মাতি খুৱায়, এইবাৰ সিজনকো মাতিম।"

'কোন সিজনক ?"

"বকৱা-দেউতাক। হেম বকৱা দেৱক। এবাৰ তেওঁক দেখিছিলো।

আঠগাঁৱৰ সভাত বক্তৃতা দিওঁতে। মাতিলে আহিবনে ?"

"আহিব। কিয় নাহিব। মাতিলে ৰণলৈকো যাবা, নামাতিলে ভোজলৈকো নাযাবা—বুলি এষাৰ কথা আছে নহয়।"

কথাৰ আমেজ বাঢ়িল। তথাপি কিন্তু দয়াৰাম নিমাত, দয়াৰামৰ তপভঙ্গ হওক বুলি তেওঁৰ ফালে বহি সুধিলো—"দয়াৰাম! আজিকালি বৰশী বাবলৈ লখৈতবালৈ যোৱা নে নোযোৱা ?"

এইবাৰো দয়াৰামৰ উত্তৰ নাই। লাহিৰ ভঙ্গিমাও সলনি হল। লাজ কৰা ভাৱত আচলেৰে মুখ ঢাকি হাঁহি হাঁহি কলে—"খুৰাই সিমানলৈকে পাইছেগৈ নে ?" এই বুলি লাহি ভিতৰ সোমাল।

মই কলো—"লাহি, কি দায় লগালো হে ? ভিতৰ সোমালা দেখোন ?"

"নাই নাই। হক কথা কিয়নো নকব। সংসাৰ খনেই জানে—আপুনি নাজানিবনে ?" বুলি আকৌ আগৰ লাস্যিজনী হল।

গছাৰ কুঁপি-চাকিয়ে কোঠালিটো ভালকৈ পোহৰ কৰি ৰখা নাছিল। ধীৰেণলৈ আগতেই এবাৰ চাইছিলো। তেওঁ তেতিয়াই কাঁহীৰ পৰা হাত তোলা দেখিছিলো। ধীৰেণৰ ফালে আকৌ চালো। তেতিয়াও তেওঁ হাত তুলি বহি আছে। কাঁহীত দিয়া ভাত যি দিছিল— সেয়েই আছে যেন দেখিলো। তেওঁ আমনি পাইছে বুলি ভাবিলো— তেওঁ নিশ্চয় ভোজনত সোৱাদ নাপালে।

মৰমসনা হাতৰ ভাত-দালি-পানীলাও ভাজিত মই কিন্তু অমৃতৰ সোৱাদ পালো।

বিদায় লৈ উঠিলো। লাহিও কুঁপি-চাকিটো লৈ নঙলা মুখলৈকে আহিল—দয়াৰামে আৰু দুখোজ আগবাঢ়ি আহি আমাক ঘাই আলিত তুলি দি বিদায় ললে।

খণ্ডকাৰ বঙলাত আহি ৰখি আছিল। ততালিকে গাড়ীত বহিলো। গাড়ী এৰি দিলে। চাবিআলিৰ মুৰত খণ্ডকাৰক নমাই দি আমি গুৱাহাটীলৈ বাওনা হলো।

"এনেয়ে বুঢ়ী নাচনী তাতে আকৌ নাতিনীয়েকৰ বিয়া।" মোৰো সেয়ে হল। কমলপুৰ অঞ্চললৈ এনেয়ে মোৰ আহ-যাহ বেছি। এতিয়া মই তাৰ বিধায়ক। আহ-যাহ আৰু চৰিল। বিধান সভা বহা দিন-কেইটা চিলঙত কটাই সভা ভঙাৰ লগে লগে ভৈয়ামলৈ নামো। তাৰ পিছত তৰণি নাই। গুৱাহাটী-কমলপুৰ বুলি অহৰহ মাকো মাৰো। কিন্তু দয়াৰামক নেদেখা হলো। কতো নেদেখো, লখৈতৰা নৈৰন আগৰ দৰেই বৈ থাকে। কিন্তু তালৈ বৰশী বাব যোৱা দয়াৰামক নেদেখো। ভোজ-ভাতৰ নিমন্ত্ৰণ আৰু বাঢ়িল। কিন্তু লাহিৰ তাহানিতে আগজাননী দিয়া নিমন্ত্ৰণটোৰ দিন নপাৰে। সময়বোৰ পলকতে পাৰ হল। বাসন্তৰ চন আহিল। এইবাৰ নিৰ্বাচনত আকৌ পৰাজিত হলো। লগে লগেই ডিমাপুৰ পালোগৈ। 'ভাইটি' প্ৰথম অসমীয়া ৰঙীন কথাছবিত যোগদান কৰিবলৈ। সেই কামতে গুৱাহাটী, ডিমাপুৰ, কলিকতা, দীঘলীয়া প্ৰবাস। কামলপুৰ মোৰ কাৰণে বহু দূৰ হৈ পৰিল।

১৯৭৪ চন। গুৱাহাটী পৌৰ নিগমৰ প্ৰথম নিৰ্বাচন, তাত প্ৰতিদ্বন্দ্বিতা কৰি জয়ী হলো। ১৯৭৫ চনত মেয়ৰ হলো। কমলপুৰলৈ আহ-যাহ নোহোৱা হৈ পৰিল। তথাপি দুই এজন বন্ধু— দলৰ কৰ্মী — আমাৰ কাৰণে আছে। তেওঁলোকৰ পৰাই কমলপুৰৰ বা-বাতৰি লওঁ। সেইখিনিয়ে কমলপুৰৰ লগত যোগসূত্ৰ হৈ পৰিল।

সেই সময়ৰে কথা। এদিন হৰেশ্বৰ ডেকা আহি ওলাল। ডেকা মোৰ পৰম বন্ধু, আৰু হিতাকাঙ্খী। আমাৰ দলৰ সমৰ্থক। ৰাজনীতি, সমাজনীতি সকলো বুজা লোক, তেওঁক পাই কমলপুৰৰ বা-বাতৰি ললো। তেৰেঁা নিয়াৰিকৈ কৈ গল। তেওঁক দয়াৰামৰ কথা সুধিলো।

তেওঁ দুখ কৰি কলে—"সিহঁতৰ বংশই নিশ্চিহ্ন হল।" মোৰ মনটো জিকাৰ খাই উঠিল। সি নিৰুদ্দেশ হল। আজি চাৰি-পাঁচ বছৰে মানুহটো কত গল কোনেও নাজানে। কববাত অপ্ৰঘাতী হল নেকি ?

"লাহি ?"

"লাহি ঢুকাল। প্ৰসৱ বেদনাত ঢুকাল। লাহি ঢুকুৱাৰ পিছতে দয়াৰামো নোহোৱা হল। কেইদিনমানৰ পিছত লখৈতৰাৰ ভাটিৰ ঘাটত এটা মৰাশ উপঙি আছিল। গেলি পচি একো নাই হোৱা শ। বহুতে সেইটো দয়াৰামৰ শ বুলিয়েই সন্দেহ কৰে। সিহঁতৰ লগত আপোনাৰ কথাও অলপ ওলাইছিল। পিছে এতিয়া সেইবোৰ তল পৰিছে।"

মোৰ বুকুখন চিৰিং কৰি উঠিল। অধীৰ হৈ সুধিলো—"মোক লৈ কি কথা ওলাইছিল ?"

"হুওঁতে একো নহয়। বাৰু আপুনি দয়াৰামৰ ঘৰত এসাঞ্জ ভাত খাইছিল নহয় ?"

"অ খাইছিলো। নিৰ্ব্বাচনত জয়ী হোৱাৰ পিছতে। খণ্ডকাৰকো মাতিছিল। তেওঁ নগল। মই আৰু মোৰ যে গাড়ীৰ চালক আছিল ধীৰেণ, আমি দুয়ো এসন্ধ্যা দয়াৰামৰ ঘৰত ভোজন কৰিছিলো।"

"অ কথাটো তেন্তে সঁচা। আমি কিন্তু তাৰ ঘৰত আপুনি ভাত খোৱাৰ কথা বিশ্বাস কৰিব পৰা নাছিলো। সিহঁতে মিছাতে জহাবলৈ কৈছে বুলি ভাবিছিলো। অৱশ্যে দয়াৰামে কাৰো আগত কথাটো কোৱা নাছিল। লাহিৰ মুখৰ পৰা তিৰোতা সমাজত কথাটো বিয়পিছিল।"

"কি কথা ?" ভয়ে ভয়ে সুধিলো।

"আপুনি সিহঁতৰ তাত ভাত খোৱাৰ কথা। সিহঁত সমাজৰ ভিতৰত নপৰা লোক। বাপেক ভাল মানুহ আছিল বুলিহে সমাজে সমীহ কৰি আছিল। দয়াৰাম, সিও এটা মানুহ নে ? সি হালবো নহল ফালবো নহল। দিনটো অনাই-বনাই ঘূৰি ফুৰে। সি মাউৰা, মাক সৰুতেই মৰিল। বাপেকে তাক কোলাত লৈ লৈ ডাঙৰ কৰিলে। কিন্তু সি অবুজ। একোকে নকৰে। ঘূৰি ফুৰে। তাতে সি ডেকা হ'ল—এজনী ছোৱালী পলুৱাই আনিলে। সেই লাহিক।"

"ক'ৰ পৰা ?"

"নকব। লখৈতৰাৰ পাৰৰ কোনোবা চুবুৰীৰ। সি বৰশী বাব যায়। ডুমাইল-আঢ়ৈ মাইল খোজ কাঢ়ি গৈ সি লখৈতৰাৰ ঘাটত বৰশী পেলায়। সি দেখাত ধুনীয়া। স্বভাৱো লৰ আছিল নেকি ? ঘাটত পানী আনিবলৈ অহা ছোৱালীজাকৰ মাজত লাহিক তাৰ চকু পৰিল। এদিন বৰশী বাবলৈ গৈ গধূলি উভতি আহোতে খালৈত মাছ নানি কোলাত লাহিক লৈ ঘৰ সোমালহি। তাৰ পিছত বাপেকে ৰীতিমতে বিয়া পাতি সমাজক সুধিলে। বাপেক মৰাৰ পিছত ঘৰখন নেওচা দিয়া ঘৰ হৈ পৰিল।

লাহিজনী কিন্তু বৰ ঘৰধৰা ছোৱালী আছিল। তাই তাত বৈ কাপোৰ বেচি ভাতমুঠি উলিয়ায়। দয়াৰামে অনাই বনাই ঘূৰি ফুৰে। পাঁচ-ছয় বছৰ ঘৰ পতাৰ পিছতো সিহঁতৰ চা-চলি নহল।"

"চা-চলিনো কোনে নিবিচাৰে। সিহঁতেও বিচাৰিলে। এবাৰ বৰপীঠ থানত এখন বৰ ডাঙৰ ধৰ্ম্মসভা বহিছিল। তালৈ বহুতো সন্ত, মহন্ত, সন্ন্যাসী, বাবাজী আহি থুপ খাইছিল। তাৰে এজনে হেনো দয়াৰামৰ হাত নে কপাল চাই কৈছিল—তই এজন তোৰ মনে ধৰা লোকক এসাজ ভালকৈ খুৱাবি। তেতিয়া তোৰ ভাগ্যত পুত্ৰ সন্তান মিলিব। সেয়ে দয়াৰামে আপোনাক মাতি এসাজ খুৱালে।"

"কিন্তু মোক সি কিয় বাছিলে। মইতো সন্ত মহন্ত বা ভকত নহওঁ।"

"সি কি যুক্তি দিছিল নাজানো। কিন্তু লাহিক হলে কৈছিল।"

"কি কৈছিল ?"

"তাই হেনো কৈছিল—তেওঁ আচল ভকত। এই অঞ্চলৰ ৰাইজে ৰজা বুলি বাছিলে, তেওঁতকৈ ডাঙৰ ভকত কোন হব ?"

মোৰ অসহ্য হল। নিজকে ধিক্কাৰ দি কলে—"মই বৰ ভকতটো। মোক ভকত বুলি এসাজ খুৱাই সিহঁতৰ ঘৰখন উছন হ'ল ?"

"নহয় চৌধুৰী। সিহঁতে বিচৰা মতে পালে। লাহি মৰিল যদিও মাতৃত্বৰ গৌৰৱ লৈ মৰিল। পুত্ৰ সন্তানৰ মাক হৈ মৰিল।

বলিয়াৰ দৰে সুধিলো—“তাইৰ সন্তানটোৰ কি হ'ল ?” —“হওঁতে সন্তানেই হয়, কিন্তু মৃত সন্তান প্ৰসৱ কৰি তাই সেই প্ৰসৱ বেদনাতে মৰিল ।”

মই একো ভাবিব নোৱাৰা হলো । মাত মোৰ হেৰাই গ'ল। আগ-পিচ ভাবিব নোৱাৰা হলো ।

ডেকা গ'লগৈ । মই বহি ৰলো । মনটো পাৰ ভাঙি উৰা মাৰিলে। লাহিহঁতৰ ভাত খোৱা মজিয়ালৈ,—কথাবোৰ কাণত বাজিব ধৰিলে,— দয়াৰামক আজিকালি বৰশী বোৱা নে নোবোৱা বুলি সোধাত লাহিয়ে লাজ কৰি কৈছিল—খুৰাই সিমানলৈকে পাইছেগৈ নে ? —সেইবোৰ কথাৰ প্ৰসঙ্গ-সঙ্গতিৰ কথা আজি ডেকাৰ কথাৰ পাৰিলো—দয়াৰাম আৰু লাহিৰ কথাই মন জুৰি বহিল ।

ৰাতি ভালকৈ টোপনি নহল । বিছনাত ছাটিফুটি কৰি কটালো,—কিন্তু কাক কওঁ—দয়াৰামৰ কাহিনী শুনোতা কাকো বিচাৰি নাপাওঁ । হেম বৰুৱাৰ কথা মনত পৰিল ।

পিছদিনা পুৱা হেম বৰুৱাৰ ওচৰলৈ গলো । বৰুৱা তেতিয়া অসুস্থ । চিকিৎসাধীন অৱস্থাত আছে। তেওঁৰ ওচৰত গৈ বহিলোগৈ । তেওঁৰ কথা ভালকৈ নুফুটে । বক্তৃতাত লহৰ তোলা বৰুৱাই আজি কথা কওঁতে কষ্ট পায় ।

বৰুৱাক নকলে মোৰ বুকুখন পাতল নপৰে । হৰেশ্বৰ ডেকাই দাখিল কৰা দয়াৰাম আৰু লাহিৰ মৰণোত্তৰ দলিলৰ বিৱৰণী বৰুৱাক শুনালো। বিৱৰণী শুনি বৰুৱাৰ শেঁতা চকুয়েদি তুধাৰি চকুলো বৈ যোৱা দেখিলো । তেওঁ দয়াৰাম আৰু লাহিৰ কাৰণে তুটুপি চকুলো উপহাৰ যাচিলে । মোৰ কিন্তু চকুলো নোলাল। বুকুখন গধুৰ লগাৰ বাহিৰে আন একো অনুভৱ কৰিব নোৱাৰিলো । বৰুৱাই থোকাথুকি মাতেৰে ক'লে—“বৰ করুণ কাহিনী । আপোনাৰ এই ভোজন স্মৰণীয় হৈ ৰব ।”

মই বৰুৱাক এৰি ঘৰমুৱা হলো । □